# অসম সাহিত্য সভা

# বাৰ্ষিকী

চত্বাৰিংশ সন্মিলন ঃ ৰঙিয়া



# অসম সাহিত্য সভা বাৰ্ষিকী

## চত্বাৰিংশ সন্মিলন

ৰঙিয়া

সংকলয়িতা
শ্ৰীনগেন শইকীয়া





**অসম সাহিত্য সভা**

ASAM SAHITYA SABHA VARSIKI : Collection of presidential address, Secretarial Reports and other addresses of the 40th Session of Asam Sahitya Sabha held at Rangiya on 10, 11 and 12 February 1973, compiled and published by Nagen Saikia, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1 Assam, January 1974.



প্ৰকাশক ঃ
শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

প্ৰথম প্ৰকাশ ঃ
জানুৱাৰী ১৯৭৪ খৃষ্টাব্দ
মূল্য ১০ টকা

মুদ্ৰক ঃ
শ্ৰীব্ৰজেন ফুকন
ভাৰতী প্ৰেছ
যোৰহাট-১



শ্ৰীগিৰিধৰ শৰ্ম্মা
চত্বাৰিংশ সম্মিলনৰ সভাপতি

# প্ৰধান সম্পাদকৰ ক'বলগীয়া

অসম সাহিত্য সভাই বছৰেকীয়া সন্মিলনৰ মাননীয় সভাপতি প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলৰ ভাষণ, বছৰটোৰ কাম-কাজৰ খতিয়ান আৰু সন্মিলনৰ বিৱৰণ সন্নিবিষ্ট কৰি, প্ৰতিবছৰে সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ দানেৰে একোখনি 'বাৰ্ষিকী' প্ৰকাশ কৰি আহিছে। চমুকৈ কবলৈ গ'লে এই 'বাৰ্ষিকী'য়ে সভাৰ প্ৰতিবছৰৰ একোটি ইতিহাস সামৰি লৈছে। অসমৰ জাতীয় জীৱনৰ ৰসেৰে সঞ্জীৱিত অসম সাহিত্য সভাৰ এই বিৱৰণিসমূহৰ ঐতিহাসিক গুৰুত্ব অনস্বীকাৰ্য্য।

সভাৰ চত্বাৰিংশ সন্মিলন অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্ম্মাৰ সভাপতিত্বত ৰঙিয়া চহৰত ১৯৭৩ খৃষ্টাব্দৰ ফেব্ৰুৱাৰী মাহৰ ৯, ১০, ১১ তাৰিখ অনুষ্ঠিত হৈছিল। এই সন্মিলনৰ সভাপতিৰ ভাষণকে প্ৰমুখ্য কৰি ভাষণ-সমূহ, প্ৰধান সম্পাদকৰ বছৰেকীয়া প্ৰতিবেদন আদি সন্নিবিষ্ট কৰি এই পুথি যুগুতোৱা হ'ল। পুথিখনি সন্মিলনৰ বিভিন্ন অনুষ্ঠানৰ আলোক-চিত্ৰ আৰু পূৰ্ণাংগ ধাৰা-বিৱৰণি সন্নিবিষ্ট কৰাৰ ইচ্ছা আমাৰ আছিল ; কিন্তু ৰঙিয়া সন্মিলনৰ অভ্যৰ্থনা সমিতিয়ে আমাৰ প্ৰস্তাৱিত পাঁচ হেজাৰ টকাৰ আৰ্থিক সাহায্যৰ পৰিবৰ্তে আঢ়ৈ হাজাৰ টকাৰ এটি সাহায্য আগবঢ়োৱাত, কাগজৰ মূল্য আৰু ছপাব্যয় বৃদ্ধিৰ বাবে অনিচ্ছা-সত্বেও আমি অলংকৰণৰ ইচ্ছা পৰিত্যাগ কৰি কেৱল প্ৰয়োজনীয় বিষয়-সমূহ সন্নিবিষ্ট কৰি পুথিখনি প্ৰকাশ কৰিলোঁ—যাতে চত্বাৰিংশ সন্মিলনৰ ইতিহাস হেৰাই নোযোৱাকৈ ৰাখিব পাৰি। আশা কৰোঁ পুথিখনিয়ে সভাৰ অন্যান্য গ্ৰন্থৰ দৰেই সমাদৰ লাভ কৰিব। পুথিখনি প্ৰকাশ কৰিবৰ বাবে আৰ্থিক সাহায্য আগবঢ়োৱা বাবে ৰঙিয়া সন্মিলনৰ অভ্যৰ্থনা সমিতিলৈ শলাগ জ্ঞাপন কৰিলোঁ। অসম সাহিত্য সভাৰ যি কোনো ছপা কাম কৰি দিবৰ বাবে আমি যেতিয়াই যোৰহাটৰ 'ভাৰতী প্ৰেছ'ক দায়িত্ব দিছোঁ, দহোবন কাটি কৰি থৈয়ো ভাৰতী প্ৰেছে নিয়াৰিকৈ সেই কাম তেতিয়াই কৰি দিছে। তাৰ বাবে শ্ৰীব্ৰজেন ফুকনকে মুখ্য কৰি ভাৰতী প্ৰেছৰ কৰ্ম্মীবৃন্দৰ প্ৰতি আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

২৬ জানুৱাৰী ১৯৭৪ খৃষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

# উদ্বোধনী ভাষণ

শ্ৰীশৰৎ চন্দ্ৰ সিংহ

শ্ৰদ্ধাভাজন সভাপতি ডাঙৰীয়া,
সাহিত্যিক আৰু সাহিত্যসেৱী প্ৰতিনিধি
আৰু ৰাইজ,

অসম সাহিত্য সভাৰ চত্বাৰিংশ অধিবেশন উপলক্ষে সমাগত প্ৰতিনিধিবৰ্গ আৰু অসমৰ সদৌ ৰাইজলৈ মই মোৰ হিয়াভৰা ওলগ যঁাচিলো। অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্য, কলা-কৃষ্টিৰ গুৰি ধৰি আমাৰ জাতীয় জীৱনত যি উৎকৰ্ষতা আনি দিছে তাৰ বাবে এই অনুষ্ঠান গভীৰ শলাগৰ পাত্ৰ।

সাহিত্যতেই আমাৰ জীৱনৰ সকলো দিশৰ অভিব্যক্তি ঘটে। আৰ্থিক অথবা ৰাজনৈতিক, নৈতিক অথবা আধ্যাত্মিক, সামাজিক অথবা সাংস্কৃতিক যি ক্ষেত্ৰতেই নহওক কিয়, সাহিত্যই আমাৰ জীৱনক উৎকৰ্ষতাৰ ফালে, সুস্থ বিকাশৰ ফালে আগবঢ়াই নিয়ে। সেয়েইতো আমি সাহিত্যৰ সাধনা কৰো, সেয়েইতো আমাৰ জীৱনৰ দিশে দিশে, ক্ষণে ক্ষণে সাহিত্যৰ প্ৰভাৱৰ আমি উমান পাওঁ।

কেৱল ৰুছ আৰু ফৰাচী বিপ্লৱৰ ক্ষেত্ৰতেই নহয়, পৃথিৱীৰ আৰু অনেক জাতিৰ জীৱনতো ঘটা বহুতো মহান বিপ্লৱৰ সাফল্য সৌধ নিৰ্মাণত সাহিত্যিকৰ লিখনীয়ে বিশাল অৱদান যোগাই গৈছে। ভাৰতবৰ্ষৰ স্বাধীনতাৰ সংগ্ৰামত দেশৰ বিভিন্ন ভাষাৰ সাহিত্যই যি উদ্দাম সজীৱ প্ৰাণশক্তি সঞ্চাৰিত কৰিছিল, সেই কথা দোহাৰিবৰ সকাম নাই। সেই বিপ্লৱত অগ্নি যুগৰ অসমীয়া সাহিত্যই আমাৰ হৃদয়ৰ বিপ্লৱ চেতনাক কেনেদৰে পৰশি গৈছিল,

সেই বিষয়েও আমি বিস্মৃত হোৱাৰ উপায় নাই। এই কথা ধ্ৰুপ যে সেই বিপ্লৱ যুগৰ শক্তি সঞ্চাৰী সাহিত্যই চিৰদিন আমাৰ প্ৰাণত উদ্দীপনাৰ সঞ্চাৰ কৰি থাকিব।

সেয়া আছিল দেশক পৰ কবলৰ পৰা মুক্ত কৰাৰ উদ্দাম বাসনাৰ প্ৰতিবিম্ব; কিন্তু ৰাজনৈতিক স্বাধীনতাই এটা জাতিৰ জীৱনৰ শেষ কথা নহয়, অৰ্থনৈতিক মুক্তিৰ পথত ই এক পদক্ষেপ মাত্ৰ। এতিয়া আমাৰ জাতিৰ সংগ্ৰাম চলিছে অৰ্থনৈতিক মুক্তিৰ বাবে। স্বাভাৱিক ভাবেই, সাহিত্যৰ সৃষ্টিধৰ্মিতাৰ গুণতেই, এই সংগ্ৰামতো সাহিত্যই জাতিক প্ৰেৰণা দিব পাৰে, উদ্দীপনা দিব পাৰে, সংৰক্ষণশীলতাৰ উষৰ মাটিতো সৃষ্টিৰ, পৰিৱৰ্ত্তনৰ বীজ সিঁচি দিব পাৰে। পৃথিৱীৰ দিশে দিশে আজি সংঘাত চলিছে। সেই দ্বিধা-দ্বন্দসংঘাতৰ কোবাল ঢৌৱে আমাকো নপৰশাকৈ থকা নাই। এনে সময়ত ঐক্য-সংহতি সুদৃঢ় কৰি অৰ্থনৈতিক দিশত শৃংখলা অনাৰ ক্ষেত্ৰত সাহিত্যৰ অৱদান যোগোৱাৰ ক্ষমতা অনস্বীকাৰ্য্য। এইদৰেইহে সাহিত্যৰ ছন্দই আমাৰ জীৱনত প্ৰৱেশ কৰিব, সাহিত্যই আনি দিয়া পচোৱা বতাহত আবৰ্জনা আঁতৰি গৈ বিকশিত হৈ উঠিব নতুন সমাজ।

আমাৰ বুৰঞ্জীয়ে আমাক সঁকিয়াই দিয়ে যে অসমীয়া ভাষা-সাহিত্যৰ কিছুমান সুকীয়া বৈশিষ্ট্য ৰৈ গৈছে। উদাহৰণ স্বৰূপে আমাৰ সামন্তবাদী শাসকসকলৰ মনোভাবৰ কথাই উল্লেখ কৰিব পাৰি। শাসকসকলে শাসিতসকলৰ ওপৰত নিজৰ ভাষা জাপি দিয়াটোৱেই সামন্তবাদী যুগৰ অমোঘ নিয়মৰ দৰে; কিন্তু অসমৰ ক্ষেত্ৰত তেনে হোৱা নাছিল। মধ্যযুগত আহোমসকলে আমাৰ ৰাজ্যত শাসকৰ ভূমিকাত অৱতীৰ্ণ হলেও নিজ ভাষা পৰিহাৰ কৰিও জনতাৰ ভাষাকে আঁকোৱালি লৈছিল। মহাপুৰুষ শংকৰদেৱকে আদি কৰি গুৰুজনসকলেও জনতাৰ ভাষাতে ধৰ্মৰ নিগূঢ় তত্ত্ব, কীৰ্ত্তন-ভাগৱত লিখি অসমীয়া সাহিত্যক চহকী কৰিছে।



উদাৰ বিশাল লুইত যেন আমাৰ জাতীয় জীৱনৰে যোগ্য প্ৰতীক। নগাপাহাৰ, মেঘালয়, অৰুণাচলৰ নৈ-উপনৈ, জান-জুৰিৰে পুষ্টহৈ যেনেকৈ মহাবাহু লুইতৰ বিশাল প্ৰবাহ, তেনেকৈয়ে বড়ো, ৰাভা, লালুং, মিছিং, মিকিৰ আদি নানা উপজাতি, নানা মাত-কথাৰ মাজেদি অসমৰ চুকে-কোণে, পাহাৰে-কন্দৰে আমাৰ জাতীয় জীৱনো জাতিস্কাৰ হৈ আছে। এই সকলোকে বুকুত সামৰি লোৱাৰ মাজেদিয়েই আমাৰ সাহিত্য-সংস্কৃতিও সমৃদ্ধ হৈ উঠিব।

ফুলনিৰ ফুলৰ সৌৰভ যেনেকৈ জেওৰাৰে বান্ধি ৰাখিব নোৱাৰি, ভূগোলৰ কৃত্ৰিম সীমাৰেখাইও তেনেকৈয়ে ভাষা-সাহিত্যৰ সুৰভি বান্ধি থব নোৱাৰে, নিজগুণে সেই সৌৰভ চৌদিশে বিয়পি যাবই। ইংৰাজী, জাৰ্মান, ফৰাচী আদি ভাষাক ভূগোলৰ বাধাই ব্যাহত কৰি ৰখা নাই। সাহিত্যৰ আন্তৰিক সাধনাই আমাৰ বাবেও সেই বাট মুকলি কৰি দিব আৰু অসমীয়া সাহিত্যৰ ৰূপ-ৰস-বৰ্ণ-গন্ধই ভূগোলৰ সীমা নেওচি দিগ-দিগন্তলৈ বিয়পি যাব। তাৰ বাবে প্ৰয়োজন কেৱল আমাৰ একাগ্ৰ, আন্তৰিক, গভীৰ সাধনাৰ।

অসমীয়া সাহিত্যৰ ইতিহাস, ঐতিহ্য আৰু বৰ্ত্তমানৰ সমৃদ্ধি সম্ভাৱনা বিচাৰ কৰিলে এই বিশ্বাস দৃঢ় হৈ উঠে যে আমাৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক সকলো দিশতে অসমীয়া জাতিৰ জীৱনত সাহিত্যই নতুন দিগন্ত মুকলি কৰি দিব পাৰিব আৰু সেয়ে হব আমাৰ জীৱনৰ নতুন উন্মেষ। আমাৰ কামনা, অসম সাহিত্য সভাৰ চত্বাৰিংশ অধিবেশনৰ এই উদ্বোধনো সেই নতুন দিগন্তৰ শুভউদ্বোধনত পৰিণত হওক।

১১-২-৭৩ জয়হিন্দ্

বড়িয়া শ্ৰীশৰৎ চন্দ্ৰ সিংহ

# আদৰণী ভাষণ

শ্ৰীপ্ৰাণেশ্বৰ শৰ্ম্মা

শ্ৰদ্ধাস্পদ সভাপতি, প্ৰতিনিধি মণ্ডলী আৰু ভাষা-সাহিত্যা-নুৰাগী সুধীসকল, জাতীয় যজ্ঞৰ শুভক্ষণত, জাতীয় যজ্ঞানুষ্ঠানৰ বেদীত আপোনাসৱক আদৰণী জনাবলৈ পাই ধন্য মানিছোঁ আৰু সমগ্ৰ ৰঙিয়া অঞ্চলৰ ৰাইজৰ হৈ সাদৰ সম্ভাষণ আগবঢ়াইছো। ভাষা-সাহিত্যৰ একনিষ্ঠ সেৱক-সেৱিকাসকল, পূজাৰী-পূজাৰিণী-সকলৰ পদাৰ্পণত আজি ৰঙিয়াৰ বায়ু-পানী, গছ-লতা আনকি প্ৰতিটো ধূলিকণাই পবিত্ৰিত—যাৰ পৰশত সদৌ ৰঙিয়া অঞ্চলৰ ল'ৰা-বুঢ়া, ডেকা-ডেকেৰী উৎফুল্ল, সজীৱ আৰু প্ৰাণৱন্ত।

এয়ে ৰঙিয়া—যাৰ বুকুৰেদি "বল্লভাখ্যা পুণ্যতোয়া সৰ্ব্বপাপ-প্ৰপোচনী" বোলা বল্লভা বা বৰলীয়া প্ৰবাহিতা। ইয়াতেই গঢ়ি উঠিছে আধুনিক সৰু চহৰ ৰঙিয়া। শিল্প, শিক্ষা, পৰিবহন, বাণিজ্য-কেন্দ্ৰস্বৰূপে, ইয়াতেই গঢ়ি উঠিছে সামৰিক বাহিনীৰ চকী আৰু খাদ্য যোগানৰ ভঁৰাল, ইয়াতেই গঢ়ি উঠাৰ পথত পূৰ্ব্বোত্তৰ ৰেল বিভাগৰ প্ৰধান কাৰ্য্যালয়ৰ প্ৰতিষ্ঠান।

কিংবদন্তিৰ বহুতো আখ্যানেই এই ৰঙিয়া নামৰ লগত জড়িত। কোনোৱে কয় বিভিন্ন ধৰ্ম্ম, বিভিন্ন সম্প্ৰদায়—শাক্ত, শৈৱ, বৈষ্ণৱ আদি সকলো মতাৱলম্বী মানুহৰ মাজত ঐক্য, সংহতি আৰু সম্প্ৰীতিৰ এনাজৰীৰে সকলোৱে হিংসা-দ্বেষ পৰিহৰি নানা ৰঙ্‌ৰহইচৰ মাজত কাল কটাইছিল যে তৎকালীন ৰঙ্‌ৰহইচৰে পূৰ্ণ বুলি এই ঠাইক ৰঙ্‌দিয়া বা ৰঙিয়া বোলা হৈছিল।

অইন এক কিংবদন্তি অনুযায়ী কোৱা হয় যে এনে এক সময় আছিল যেতিয়া এই ঠাইকে কেন্দ্ৰ কৰি নানা সামৰিক শক্তিৰ—



আহোম, মোগল, কোঁচ, ভূটীয়া আৰু ইংৰাজৰ সমৰ কৌশলৰ অৱিয়াঅৱিত এই ঠাইকে কেন্দ্ৰ কৰি নানা যুদ্ধ-বিগ্ৰহৰ সৃষ্টি হৈছিল। বিভিন্ন শক্তিৰ মাজত হোৱা খকা-খুন্দাবোৰ মুৰপাতি লৱ-লগীয়া হোৱাৰ কাৰণেই এই ঠাইক ৰণ্‌দিয়া বা ৰঙিয়া বোলা যেন অনুমান হয়। ঐতিহাসিক দৃষ্টিকোণৰ পৰা চালেও এই তথ্য নুই কৰিব নোৱাৰি ; কিয়নো আজিৰ আশে-পাশে এনেকুৱা কিছু-মান ঠাইৰ নাম আছে যেনে—গৰিয়াকোঠ, কোঠৰা (কোঠ এৰা), যিবিলাক একালত মোগল বাহিনীৰ ছাউনী বা ৰণভূমি আছিল।

সুধীসকল, আজি যি ঠাইক ৰঙিয়া বোলা হৈছে ইয়াৰ পৰিসৰ অতি ক্ষুদ্ৰ। আজিৰ ৰঙিয়া একালৰ ৰঙিয়াৰ চাৰিভাগৰ এক অংশ বুলিহে কব পাৰি। ৰঙিয়া বুলিলে সমগ্ৰ উত্তৰ কাম-ৰূপৰ উত্তৰে ভূটান ( দৰঙ্গা ), দক্ষিণে হাজো, পশ্চিমে পাগলদিয়া আৰু পূবে বৰনদীলৈকে বিস্তৃত হৈ থকা বিৰাট অঞ্চলটোক ৰঙিয়া বোলা হৈছিল। প্ৰাক্-ঐতিহাসিক যুগৰেপৰা এই ৰঙিয়াই বিশিষ্ট ভূমিকা লৈ আহিছে। ঐতিহাসিক তথ্যাদি বিশ্লেষণ কৰি চালে বুজিব পাৰি পুৰণিকালৰ ৰজাসকলৰ ৰঙ্গভূমি আছিল এই ৰঙি-য়াই। আহোম, কোঁচ, ভূটীয়া আৰু ইংৰাজকে ধৰি সকলো-কেইটা জাতিৰ সামৰিক শক্তিয়ে এই ঠাইতে নাইবা ইয়াৰ আশে-পাশে কোনোবা খণ্ডত যুদ্ধ-বিগ্ৰহত লিপ্ত হোৱাৰ প্ৰমাণ ইতিহাসে দিয়ে। সামৰিক শক্তিসমূহৰ ৰঙ্গভূমি বুলিয়েই ইয়াৰ নাম ৰঙিয়া হোৱা যুক্তিসাপেক্ষ। ভৌগোলিক পৰিস্থিতিৰ পৰা চালেও দেখা যায় যে এফালে ভূটীয়া, এফালে আহোম আৰু দৰঙ্গী-কোঁচ ৰজাৰ খকা-খুন্দাৰ আঘাতো এই ৰঙিয়াই বুকুপাতি লব লগীয়া হৈছিল।

আনহাতে মন কৰিব লগা কথা যে বড়িগোগ, বৰখলা, মুৰাৰা, জয়ন্তীপুৰ, সাতাৰা, তৰণী, সোণমাগুৰী ( চনমাগুৰী ) ডিমু আদি ঠাইবোৰৰ নাম তাম্ৰফলি, বংশাৱলী বা পেড়া-কাকত আদিত পোৱা যায় ; কিন্তু সেইবিলাকত ৰঙিয়া নামৰ কোনো উল্লেখ নাই,

গতিকে বহু পাচত পৰিস্থিতিৰ প্ৰভাৱতহে বৰিয়া নামৰ উৎপত্তি হোৱা যেন লাগে। বহুতৰ মতে ভূটীয়া যুদ্ধত ইংৰাজ শাসনৰ আমোলতহে এই বৰিয়া নাম প্ৰচলন হয়।

বৰিয়া নাম যি কাৰণতে নহওক, লক্ষ্য কৰিবলগীয়া কথা এইটোৱেই যে বৰিয়াৰ আশে-পাশে থকা মঠ-মন্দিৰ, দৌল, দেৱালয় আদিৰ পৰা যথেষ্ট প্ৰমাণ পোৱা যায় যে এসময়ত এই ঠাই শাক্ত, শৈৱ, বৈষ্ণৱ এই সম্প্ৰদায়সমূহৰ লীলাক্ষেত্ৰ আছিল। হাতীমূৰা, তুলসীবাৰী, ধুৰকুছি, ছপাতল, বড়িগোগ, বুৰ্কা, সুন্দৰীশাল আদি বহুতো বৈষ্ণৱ সত্ৰ সৃষ্টি হোৱাৰ লগে লগে বৰিয়া অঞ্চলত যে শাক্ত ধৰ্ম্মৰ কিবা বিপৰ্য্যয় হৈছিল বা অৱনতি ঘটিছিল তেনে কোনো প্ৰমাণ পোৱা নেযায়; বৰং দুয়োটা পন্থই অতি সুস্থভাবে পৰিপুষ্টি লাভ কৰিছিল। জয়ন্তীপুৰৰ জয়ন্তীকালী, দীপ্তেশ্বৰীৰ দীপ্তিকালী, মুবাৰাৰ মহাকালী আদি শক্তিপীঠবোৰ যেনেকৈ কোঁচ আৰু আহোম ৰজাৰ পৃষ্ঠপোষকতাত পৰিপুষ্ট হৈছিল সেইদৰে ঘোৰাথল, বালিসত্ৰ, বিচেন্নাল্লা, ছপাতল, কুৰ্ম্ম-মাধৱ আদি বৈষ্ণৱপীঠসমূহো সেই একে ৰজাৰে পৃষ্ঠপোষকতাত পৰিপুষ্ট হোৱাৰ প্ৰমাণ কোঁচ আৰু আহোম ৰজাসকলৰ শাসনাৱলীৰ পৰা পোৱা যায়। এই বৰিয়া যে ইতিহাস প্ৰসিদ্ধ প্ৰাচীন ঠাই আৰু শাক্ত-বৈষ্ণৱৰ সমন্বয় ক্ষেত্ৰ সেই বিষয়েও যে দ্বিমত হব নোৱাৰে সিও অনুসন্ধিৎসু সুধীসকলৰ বিবেচ্য।

বৰিয়াৰ ওচৰে-পাজৰে সিঁচৰতি হৈ থকা মন্দিৰ, দৌল, পুখুৰী, দেৱালয়, গড় আদিৰ ভগ্নাৱশেষে আজিও অতীতৰ স্মৃতি বুকুত লৈ গৌৰৱোজ্জল এটা যুগৰ সাক্ষীস্বৰূপ হৈ আছে। বৰিয়াৰ এক / ডেৰ মাইল উত্তৰে আৱিমত্ত বা বৈদ্যগড়, উত্তৰ-পশ্চিমে গৰিয়াকোঠৰ সুৰাহুৱা পুখুৰী, উত্তৰ-পূবে হৰদত্ত-বীৰদত্তৰ নগৰ জীকেৰীৰ ধ্বংসাৱশেষে একালৰ বৰিয়াৰ গৌৰৱময় প্ৰসিদ্ধিৰ সাক্ষ্য বহন কৰি আছে যদিও সুযোগ্য কাৰিগড়ৰ নিপুণ তুলিকাৰ পৰ-



শৰ অভাৱত ইতিহাসৰ এই অপূৰ্ব্ব উপাদানবোৰ সুধী সমাজত অনাদৰণীয় হৈ আছে, অকল সেয়ে নহয় একেবাৰে লুপ্ত হোৱাৰো আশঙ্কা আছে।

আৰু অলপ উত্তৰ পাবলৈ যাওঁ বলক, তাত আপুনি পাব বৈদ্যগড়ৰ ভিতৰতে আৰু গাতে লাগি থকা মাদৈকটা গাওঁখন। ফিঙুৱা কোঁৱৰৰ সৈতে আৱিমত্ত ৰজাৰ কুঁৱৰীৰ অবৈধ সংসৰ্গৰ কথা বুজি পাই ৰজাৰ মাদৈক ৰজাৰ নিৰ্দ্দেশক্ৰমে কটা হৈছিল ইয়াতে। ইতিহাসৰ পাত কলঙ্কিত কৰা ব্যভিচাৰ আৰু কৃতজ্ঞতাৰ নিৰ্ম্মম পৰিণতিৰ সাক্ষী এই মাদৈকটা আৰু অলপ দূৰ উত্তৰলৈ যাওক, আপুনি পাব কুমাৰীকাটা, যি ঠাইত ব্যভিচাৰিণী মাতৃৰ গৰ্ভজা কন্যা বুলি সন্দেহক্ৰমে ৰজা আৱিমত্তৰ কন্যাক কটা হৈছিল। এই কুমাৰীকাটা অতি প্ৰাচীন ইতিহাস প্ৰসিদ্ধ ঠাই। স্বৰ্গীয় কনকলাল বৰুৱাই Early History of Kamrup পৃঃ ৩৪ ) এই কুমাৰীকাটাকে কৰম্পট্টম বুলি অভিহিত কৰিছে। এইবাৰ বৰিয়াৰ পৰা কিছু দক্ষিণলৈ যাওঁ বলক, এক/ডেৰ মাইলৰ ভিতৰতে আপুনি পাব সুন্ধিয়া আৰু সুন্ধিয়াবঝাৰৰ লুপ্তপ্ৰায় অৱশেষ। কামৰূপৰ বিদ্ৰোহৰ বুৰঞ্জীৰ এক অতি কৰুণ আৰু নিৰ্ম্মম অধ্যায়ৰ সাক্ষীস্বৰূপে আজিও ৰৈ আছে লুপ্তপ্ৰায় সুন্ধিয়াঝাৰ আৰু হাতীখলা। সুন্ধিয়াবঝাৰৰ সেই অটব্য ঝাৰণি নাই, ঝাৰণিৰ হিংস্ৰ বন্য বাঘ-ভালুক নাই; পিটনিত নাই চকৰিফেঁটী, নাই তাৰ কৃতজ্ঞতাৰ কৰাল আঁচোৰ। সুন্ধিয়াবঝাৰ আজি লুপ্তপ্ৰায়, ইয়াৰ মাজেদি গড়কাপ্তানী বিভাগে পথ নিৰ্মাণ কৰিছে, যান-বাহন চলাচল হৈছে আৰু এই সুন্ধিয়াবঝাৰতে এটি বিপ্লৱময় যুগৰ পটপৰিবৰ্ত্তন হৈছে। সেইদৰে বৈদ্যগড়ৰ ধ্বংসাৱশেষও বিস্মৃতিৰ গৰ্ভত বিলীন হৈ যোৱা জিতাৰী ৰাজ্যৰ কৰুণ স্মৃতিৰ সাক্ষী হৈ আছে গড়ৰ ভিতৰত থকা বিশাল বিশাল পুখুৰীবোৰ শিল আৰু পিটনিৰে ভৰা।

আৰু অলপ পূবলৈ ব'লক, তাত দেখিব ভেবা ( ভৈৰৱী ) পুখুৰী অৱশেষ। আয়তনৰ এপুৱা মাটি আগুৰি থকা বৃহৎ পুখুৰীৰ পাৰবোৰ গৈছে জহি-খহি, গৰ্ভত গজিছে অটব্য পিটনি—ইয়াৰে পূবপাৰে হেনো আছিল ভৈৰৱী মন্দিৰ, সেই মন্দিৰতে হেনো হৰদত্তৰ স্বপ্নাদেশ হৈছিল।

"হৰদত্ত তোৰ দিন উকলিল, তই মোৰ কাষলৈ আহ।" কিংবদন্তিয়ে কয়। ইয়াৰ ওচৰতে পতা হৈছে গুৰমৌ-আশ্ৰম গান্ধীজীৰ আদৰ্শেৰে পতা সেৱাশ্ৰম।

এইবাৰ আমি ঘূৰি আহিছো আজিৰ বৰুৱাঁলৈ অৰ্থাৎ যজ্ঞানুষ্ঠানৰ বেদীৰ ওচৰলৈ। ইয়াৰ এক ফাৰ্লং দূৰতে দেখিবলৈ পাব "শ্বহীদ স্মৃতি-স্তম্ভ" বুলি লিখা আৰু শ্বহীদ- স্মৃতি ভৱন কাৰ্য্যালয়—১৮৯৪ চনৰ ৰাইজমেলৰ ৰঙ্গভূমি। বৃটিছ শাসনৰ ক্ৰুৰনীতি আৰু উৎপীড়নৰ চৰম পৰ্য্যায় পাইছিল ইয়াতেই। বিদ্ৰোহী ৰাইজ তৎপৰ হৈছিল খাজনা বন্ধ কৰিবলৈ। ইংৰাজ শাসন-যন্ত্ৰৰ গোলাম ৰাধানাথ তহচিলদাৰৰ কঠোৰ নিৰ্য্যাতন, অমানৱীয় ব্যৱহাৰ আৰু পশুজনোচিত প্ৰবৃত্তিৰ বিৰুদ্ধে থিয় হৈছিল সমগ্ৰ বৰুৱা অঞ্চলৰ ৰাইজ। মতা-তিৰোতা, হিন্দু-মুছলমান, জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে জপিয়াই পৰিছিল এই বিদ্ৰোহত। ইংৰাজ চৰকাৰে এই বিদ্ৰোহ দমন কৰিলে অতি নিৰ্ম্মম আৰু কঠোৰ ব্যৱহাৰে। শুনা যায় নৈষ্ঠিক ব্ৰাহ্মণ কণ গোসাঁই ( ৰৰবাৰী ) আৰু নৈষ্ঠিক মুছলমান মিলচ ফলিফা (ধুহি) দুয়োজনৰে কান্ধত যুৰলি লগাই নাঙল টনোৱাৰ ব্যৱস্থা কৰাইছিল ৰাধানাথ তহচিলদাৰে। বন্দুকৰ গুলীত কিমান মৰিল তাৰ লেখ নহ'ল। কিমানক নদীত উটুৱাই দিয়া হ'ল আৰু কিমানক একেটা গাঁতত পোতা হ'ল তাৰ কোনো হিচাপ নহ'ল। ছকুৰিবো অধিক মানুহৰ শ হেনো বৰ্ত্তমান কংগ্ৰেছ ভৱনৰ কাষৰ মাটিতে খাল খান্দি পোতা হৈছিল। গড়কাপ্তানী বিভাগৰ গৃহ-নিৰ্ম্মাণ আঁচনিত মাটি খান্দোতে হাড়-মূৰ-জকা কিছুমান ওলোৱাৰ



প্ৰমাণ পোৱা হৈছিল। যুব-নেতা স্বৰ্গীয় মোহন চন্দ্ৰ কলিতাৰ আশা-শুধীয়া চেষ্টা আৰু অনুসন্ধানৰ ফলত বহুতো সত্য তথ্য উদ্ঘাটন হৈছিল। ৺বিমলা প্ৰসাদ চলিহা, ৺সিদ্ধিনাথ শৰ্ম্মা আৰু তেতিয়াৰ ৰাজহ মন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ পৰামৰ্শক্ৰমে সেই ঠাইতে শ্বহীদ স্মৃতি স্তম্ভ নিৰ্ম্মাণৰ আঁচনি লোৱা হৈছিল আৰু ইয়াৰ লগতে কৃষি-যাদুঘৰ (Agricultural Museum) এটাৰো পৰিকল্পনা লৈ সেই মাটিখিনি চৰকাৰে শ্বহীদ স্মৃতি ভৱন সমিতিক হস্তান্তৰ কৰি শ্বহীদ স্মৃতিস্তম্ভৰ ভেঁটি বুলি চিহ্নিত কৰি দিছিল যদিও সেই আঁচনি আজিও ৰূপায়িত হোৱা নাই। মোহন চন্দ্ৰ কলিতাৰ অকাল বিয়োগ, চলিহা ডাঙৰীয়াৰ আকস্মিক পৰলোক আৰু ৰাজনৈতিক উত্থান-পতনে ইয়াৰ অন্তৰায় হৈ আছে।

১৯২০ চনৰ অসহযোগ আন্দোলনত বৰুৱাই বিশিষ্ট ভূমিকা লৈছিল—সেই আন্দোলনত আগভাগ লোৱা নেতৃস্থানীয় লোকসকলৰ অগ্ৰগণি শ্ৰীশান্তিৰাম লহকৰ, ৺সিদ্ধিনাথ শৰ্ম্মা, ৺দুৰ্গেশ্বৰ শৰ্ম্মা, সুনন্দ কলিতা, মুন্সী হাফিজ উল্ল', শ্ৰীগোলাপ চন্দ্ৰ শৰ্ম্মা, শ্ৰীকেশৱ চন্দ্ৰ লহকৰ, শ্ৰীপ্ৰতাপচন্দ্ৰ নাথকে আদি কৰি অনেকে কাৰাবৰণ কৰিছিল আৰু অশেষ নিৰ্য্যাতন ভোগ কৰি জাতীয় আন্দোলনৰ কৃতকাৰ্য্যতাত অৰিহণা যোগাইছিল। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনতো সেইকালৰ বৰুৱাৰ ছাত্ৰনেতা ( বৰ্ত্তমানে কমিউনিষ্ট দলৰ নেতা ) শ্ৰীকামিনীমোহন শৰ্ম্মা, শ্ৰীনৰেন্দ্ৰ চৌধুৰী আদি যুৱকৰ্ম্মীসকলৰ উল্লেখযোগ্য অৱদানৰ স্বীকৃতি আছে। ৺সিদ্ধিনাথ শৰ্ম্মা, শ্ৰীশান্তিৰাম লহকৰৰ দৰে নেতৃস্থানীয় বহু কংগ্ৰেছীৰ কাৰাবৰণ হয়, শ্ৰীকামিনীমোহন শৰ্ম্মাকে আদি কৰি বহু যুৱকৰ্ম্মীয়ে আত্মগোপন কৰি আন্দোলনত ইন্ধন হয়।

সাহিত্য ক্ষেত্ৰত বৰুৱাৰ অৱদান কম হলেও সমসাময়িক সাহিত্যত ৺জলতি ৰাম লহকৰ, ৺লঘনু ৰাম লহকৰ, ৺চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, শ্ৰীলঘনু ৰাম মহন্ত, অধ্যক্ষ শ্ৰীশৰৎচন্দ্ৰ গোস্বামী, পণ্ডিত

শ্ৰীতৰণীকান্ত শৰ্ম্মা, শ্ৰীপদ্মৰাম শালৈ আদিৰ লেখনীত কবিতা; মৌলিক প্ৰবন্ধ আৰু গল্প আদিয়ে অসমীয়া সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। অসমীয়া ব্যঙ্গ সাহিত্য ৰচনাত শ্ৰীগোলাপ চন্দ্ৰ শৰ্ম্মা দলৈ আৰু ভদ্ৰেশ্বৰ মালীৰ দুই-চাৰিখন পুথি প্ৰকাশ পাইছে। ইয়াৰে গৰিয়াকোঠৰ স্মৃতিৰ বিশিষ্ট পণ্ডিত, নৱদ্বীপ আৰু কাশীৰ স্বৰ্ণপদক-প্ৰাপ্ত ৺মহাদেৱ গোস্বামীৰ অপ্ৰকাশিত মৌলিক বহুকেইখন গ্ৰন্থ কালৰ গৰ্ভত লুপ্ত হোৱাৰ পাচতো দুই-চাৰিখন থকাৰ উমান পোৱা হৈছে। তেখেতৰ সুযোগ্য পুত্ৰ অধ্যাপক শ্ৰীউমেশচন্দ্ৰ গোস্বামীয়ে সেইখিনি পোহৰলৈ আনিব বুলি আমি আশা কৰিব নোৱাঁৰোনে? আৱাহন আৰু জয়ন্তী যুগৰ আন আন দুই-চাৰিজন লেখকৰ নামো ইয়াৰ অন্তৰ্ভুক্ত কৰিব পাৰি। বৰ্ডিয়া আলোচনী সভাৰ (অসম সাহিত্য সভাৰ শাখা) জৰিয়তে আন আন বহুতো লেখকৰ সৃষ্টি হৈছে আৰু আমি জনাত নানা তৰহৰ গধুৰ মৌলিক প্ৰবন্ধ, নাটক, কবিতা, গল্প আৰু উপন্যাসৰ সৃষ্টি হৈছে; কিন্তু সেইবোৰৰ প্ৰকাশৰ পথ ৰুদ্ধ হৈ আছে—দাৰিদ্ৰ্যদোষো গুণৰাশিনাশী।

হে সুধীসকল, বৰ্ডিয়াত অসম সাহিত্য সভাৰ চত্বাবিংশতম্ অধিবেশন উপলক্ষে দেশৰ বৰেণ্য সাহিত্যিক আৰু ভাষা-সাহিত্যৰ পূজাৰীসকলৰ সমাবেশ হৈছে। সাহিত্য সৃষ্টি, সাহিত্যৰ ধাৰা, সাহিত্যৰ ৰচনাশৈলী আদিৰ আলোচনা কৰাৰ ধৃষ্টতা মোৰ নাই। এই দিশত আমি কিমান দূৰ আগবাঢ়িছো সেইটো আপোনালোকৰ বিবেচ্য। অলপ মন কৰিলেই বুজিব পাৰি যে বিগত দুই দশকৰ ভিতৰত আমাৰ সাহিত্যৰ গতিবেগ অলপ তীব্ৰভাৱে আগবঢ়া যেন লাগে। নাটক, উপন্যাস, চুটি গল্প, ভ্ৰমণ কাহিনী, কবিতা আদি বহু প্ৰকাশিত হৈছে। চৰকাৰেও আঞ্চলিক ভাষাৰ লিখকসকলক উদগনি দিয়াৰ কাৰণে সাহিত্য একাডেমী, প্ৰকাশন পৰিষদ আদি অনুষ্ঠানবিলাক পাতি সাহিত্যৰ উন্নতিৰ দিহাপোহা কৰিছে আৰু সাহিত্যিকসকলক পুৰস্কৃত কৰিছে। সাহিত্যিক



মৰ্য্যাদা দিয়াত এই প্ৰচেষ্টা অতুলনীয়। দেশ স্বাধীন হোৱাৰ পিচত নানা বিষয়ক পুথি প্ৰণয়ন হোৱা আৰু প্ৰচলন হোৱাটো বৰ সুখৰ কথা; কিন্তু সেই পুথিসমূহৰ মূল্যাঙ্কণ কৰাৰ যোগ্যতা আপোনালোকৰহে। আমি সাধাৰণ তৰপে সাহিত্যৰ অগ্ৰগতিৰ হিচাপ কৰো সংখ্যাৰ বৃদ্ধিৰেহে; কিন্তু এইটো সত্য যে, সত্য, সুন্দৰ আৰু বিশ্বজনীন ভাৱৰাশিৰ ভেঁটিতহে কালজয়ী সাহিত্যৰ সৃষ্টি হব পাৰে। এই ক্ষেত্ৰত আমি আন আন ভাষা-সাহিত্যৰ লগত খোজ মিলাব পাৰিছোঁ নে নাই তাৰ নিৰাকৰণ কৰিব আপোনালোকে, যদি পৰা নাই তেনেহলে আমাৰ সাহিত্যিকসকলে এটা অনুপ্ৰেৰণা আৰু চেতনাৰ সঞ্চাৰ কৰিব লাগিব আমাৰ লেখকসকলৰ মনত। বিপ্লৱ আৰু সংঘাতৰ পটভূমিত সৃষ্টি যুগময়ী সাহিত্যৰ ৰামায়ণ, মহাভাৰত, গীতা, ইলিয়াড, ওডিচি আদিৰ সৃষ্টিয়ে ইয়াকে প্ৰমাণ কৰে। সিদিনা বাংলাদেশ আৰু পাকিস্তানৰ মাজত হোৱা সংঘৰ্ষৰ ফলত সৃষ্টি হৈছে অতি উচ্চমানৰ সাহিত্য (কাব্য, নাটক আৰু জাতীয়তাবাদী কবিতা)। একেবাৰে পূব প্ৰান্তত থকা আমাৰ অসমতো তেনে সংঘৰ্ষৰ উদ্ভৱ হৈছে। চীনৰ আক্ৰমণৰ পটভূমিত আমাৰ সাহিত্যিকসকললৈ এটি নতুন দিশ মুকলি হৈছে আৰু আমাৰ লেখকসকলে গল্প আৰু কবিতা আদিৰে ভৈয়াম আৰু জনজাতীয় ভাই-ভনীসকলৰ সৈতে ঐক্য আৰু সম্প্ৰীতি গঢ়ি তোলাৰ সমল যোগাইছে। আমাৰ ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰৰ ইও এটা উপায়।

অসম সাহিত্য সভাৰ আশাশুধীয়া যত্ন চেষ্টাৰ ফলত আমাৰ ভাষা-সাহিত্যৰ মৰ্য্যাদা ভালেখিনি বাঢ়িছে। আমাৰ মাজত ন ন লেখকৰ সৃষ্টি হৈছে, ন ন দৃষ্টিকোণৰ পৰা আমাৰ সাহিত্য সমৃদ্ধ হৈছে, তথাপি আমাৰ ভাষা-সাহিত্যৰ সমস্যা জটিলতকৈও জটিলতৰ হৈ উঠিছে। অসম সাহিত্য সভা আজি বিৰাট সমস্যাৰ সন্মুখীন হৈছে, সাহিত্য সভা সক্ষম হবৰ হৈছে।

অসম ৰাজ্যৰ লোকসংখ্যা প্ৰায় দুই কোটি হলেও আমি

সকলোৱে অসমীয়া নহওঁ, সাহিত্য সেৱাৰ কথাটো দূৰতে। অতি বেজাৰৰ কথা যে অন্য ৰাজ্যৰ পৰা আহি আমাৰ ইয়াত তিনি চাৰি পুৰুষ বা তদূৰ্দ্ধকাল বসবাস কৰাৰ পিচতো, একে জল-বায়ুতে পৰিপুষ্ট হোৱাতো আমাৰ লগত একগোট হৈ আমাৰ ভাষা-সাহিত্য চহকী কৰাত বিশেষ অংশ গ্ৰহণ কৰা নাই বা আমাৰ ভাষা-সাহিত্যৰ প্ৰতি আগ্ৰহশীল হোৱাৰো কোনো লক্ষণ দেখা নাই। সাহিত্য সভাই যে এই কথাৰ প্ৰতি লক্ষ্য কৰা নাই এনে নহয়। কোনোবা ফালে কিবা ক্ৰটী বৈ আছে নেকি, যিহেতু সাহিত্য সভাৰ প্ৰচেষ্টা ফলপ্ৰসূ হব পৰা নাই।

মণিপুৰ; খাচিয়া-জয়ন্তীয়া পাহাৰ, গাৰোপাহাৰ, নগাপাহাৰ এই সকলোবোৰেই অসমৰ অবিচ্ছেদ্য অঙ্গ আছিল। ইয়াৰ অধিবাসীসকলৰ সৈতে আমাৰ সম্বন্ধ আছিল যাউতিযুগীয়া। ইংৰাজৰ আমোলত নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে পৰ্ব্বতীয়া জনজাতি ভাই-ভনীসকলক আমাৰ অসমীয়া লোকৰ পৰা পৃথক কৰি পেলালে আৰু আমাৰ মাজত বিভেদৰ স্থষ্টি কৰিলে। দেশ স্বাধীন হোৱাৰ পাচত সি আৰু বিকট ৰূপ ললে। অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ মৰ্য্যাদা দিয়াত তেওঁলোক আমাৰ প্ৰতি বীতশ্ৰদ্ধ হ'ল আৰু আমাৰ পৰা ফালি যোৱাৰ সংকল্প ললে, ফলত আমাৰ সংস্কৃতিৰ সৈতে জনজাতীয় সংস্কৃতিৰ যি মধুৰ সম্বন্ধ আছিল সি থানবান্ হৈ গ'ল। পৰ্ব্বতীয়া জনজাতিসকলৰ ৰীতি-নীতি, সামাজিক নিয়ম-পদ্ধতি বা তেওঁলোকৰ উপ-ভাষা সেইবোৰৰ পৰিবৰ্ত্তন কৰিবলৈ অসমীয়াসকলে কোনো দিনে কৰা নাছিল বা নকৰেও। অসমীয়াই বিচাৰিছিল এইখিনি মাথোন যে যুগ যুগ ধৰি চলি অহা ভাবৰ আদান-প্ৰদান, সাংস্কৃতিক ঐক্য আৰু সম্প্ৰীতি পূৰ্ব্বৰ দৰে অটুট থাকক। তেওঁলোকৰ যি উপ-ভাষা আছে সেইবোৰো সমৃদ্ধ হওক, তাত অসমীয়াৰ অক্ৰোশৰ কোনো কাৰণ নাই আৰু থাকিবও নোৱাৰে, বৰং অসমীয়াই সেইবোৰৰ পৰিপুষ্টিৰ পোষকতাহে কৰি আহিছে।



অসম সাহিত্য সভাই ঐকান্তিক চেষ্টা কৰি অহা সত্বেও সি কাৰ্য্যকৰী নহ'ল। ৰাজনীতিৰ মেৰপাকত মেঘালয়, অৰুণাচল আদিৰ স্থষ্টি হ'ল আৰু অসম খণ্ড-বিখণ্ডিত হ'ল। সেই ৰাজনীতিৰ ৰঙ্গভূমি এতিয়া ভৈয়ামৰ জনজাতিৰ মাজলৈ সম্প্ৰসাৰিত হৈছে। ৰাজনীতিত সংখ্যা লঘু নিৰাপত্তা (Minroity's Safeguard) বোলা এপালি ঔষধ ওলাইছে। ই অব্যৰ্থ। ভৈয়ামৰ জনজাতিসকলৰ ক্ষেত্ৰতো এই ঔষধ প্ৰয়োগ কৰাৰ ব্যৱস্থা লোৱা হৈছে। সেই কাৰণেই অসম সাহিত্য সভা আৰু অসমীয়া সষ্টম হবৰ হৈছে বুলি কৈছো। অসমীয়া সংস্কৃতি বুলিলে অসমীয়া থলুৱা সংস্কৃতি আৰু জনজাতীয় সংস্কৃতিৰ সংমিশ্ৰণ বুলিয়েই আমি বুজো, তেনেস্থলত জনজাতীয় ভাইসকল যদি একে ঘৰতে থাকি একে জল-বায়ুতে ডাঙৰ-দীঘল হৈ আমাৰপৰা নিলগত থাকিবলগীয়া হয়, আমি আমাৰ ভাষা-সংস্কৃতিক সুস্থ সবল কৰাৰ কিবা উপায় ওলাব জানো? অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ মৰ্য্যাদা দিয়াত সংখ্যা লঘুসকলৰ বা জনজাতিৰ উপ-ভাষাসমূহৰ মৰ্য্যাদা বা পৰিপুষ্টিৰ অন্তৰায় হ'ল কেনেকৈ আমি বুজিবলৈ টান পাইছো।

বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম অসমীয়া ভাষাক স্বীকৃতি দিয়াৰ পিচত অসমৰ ভিতৰৰে কাছাৰবাসীৰ একাংশই ইয়াৰ বিৰোধিতা কৰি হৰতাল, বিক্ষোভ আদি কৰিছে, আনকি অসমীয়াৰ লগতে বঙালী ভাষাকো বিশ্ববিদ্যালয়ত মাধ্যম কৰাৰ উদ্দেশ্যে আন্দোলন আদি গঢ়ি তুলিছে আৰু উচ্চতম ন্যায়ালয়ৰ ওচৰত আবেদন কৰিছে। কাছাৰবাসীৰ এই দাবীৰ গইনা লৈ অসম উপত্যকাৰ দুই-এখন কলেজত শিক্ষাৰ মাধ্যম বঙালী কৰাৰ কাৰণে উঠি-পৰি লাগিছে। সাহিত্য সভাৰ ধুবুৰী অধিবেশনত বিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্বন্ধে স্পষ্ট মত ব্যক্ত কৰা হৈছে, তাৰ ব্যতিক্ৰম হব নোৱাৰে। বিশ্ববিদ্যালয় পৰ্য্যায়ত শিক্ষাৰ মাধ্যম এই বছৰৰে পৰা আঞ্চলিক ভাষাৰ মাধ্যমেৰে দিয়াৰ ব্যৱস্থা লোৱাত বহু ঠাইতে

ইয়াক প্ৰতিৰোধ কৰিবলৈ চেষ্টা চলোৱা হৈছে আৰু এই অভিসন্ধিৰ শিপা ইমান দ লৈকে শিপাইছে যে কোকোৰাঝাৰ, চাপতগ্ৰাম আদি ঠাইৰ কলেজকেইখনমানত অসমীয়া মাধ্যমৰ বিৰোধিতা বিক্ষোভ কৰা হৈছে। ইয়াৰ মূল উদ্দেশ্য কি আমি ভু নেপাওঁ। বঙালীসকলৰ কিয়দংশই অসমত অসমীয়া আঞ্চলিক ভাষা হোৱাৰ যুক্তি স্বীকাৰ কৰিব নোখোজে আৰু অসমীয়াৰ লগতে বঙালী ভাষাকো উচ্চ শিক্ষাৰ মাধ্যম দাবী কৰে। অসমীয়া, বড়ো, মণিপুৰী, নেপালী আৰু হিন্দীভাষীসকলৰ সৰহভাগেই এই মতৰ বিৰোধিতা কৰে, অথচ সংখ্যাগুৰুৰ ধ্বজাধাৰী বঙালীসকলে ১৯৬০ চনৰ ৰাজ্যিক ভাষা আইনত অসমীয়া আৰু বঙালীসকলৰ লগতে একাংশ বড়ো নেতায়ো বঙালীসকলৰ লগতে সুৰ মিলাই ইংৰাজী ভাষাকো অনিৰ্দ্দিষ্টকাললৈ শিক্ষাৰ মাধ্যম কৰাৰ দাবী তুলিছে আনহাতে বঙালীসকলৰ একাংশ নেতায়ো চিৰদিনলৈ ইংৰাজী ভাষাক মাধ্যম কৰাৰ দাবী কৰে। অসমীয়া আৰু বঙালী ভাষা উভয়ৰে মৰ্য্যাদা সমান—এয়ে ভাষা আইনৰ নিৰ্দ্দেশ। এই ভ্ৰান্ত ধাৰণা বহুতৰে আছিল। এতিয়া উচ্চতম ন্যায়ালয়ৰ ৰায়ত প্ৰকাশ পাইছে, গতিকে বঙালী বা আন কোনো ভাষাই অসমত আঞ্চলিক ভাষাৰ মৰ্য্যাদা পোৱাৰ যুক্তি অচল।

আমি জনাত বৰ্ত্তমান ব্যৱস্থাত ভাৰতৰ আঞ্চলিক ভাষাৰ ভেঁটিত গঠিত ৰাজ্যহে আছে, বহুভাষীক ৰাজ্য নাই। উত্তৰ প্ৰদেশৰ শতকৰা ৭০ ভাগ মানুহৰ মাতৃভাষা উৰ্দ্দু; কিন্তু উত্তৰ প্ৰদেশৰ আঞ্চলিক ভাষা হিন্দী, শিক্ষাৰ মাধ্যম হিন্দী। তামিলনাডুত তেলেগুভাষী জনসংখ্যা ২১ লাখৰো ওপৰ; কিন্তু তাত আঞ্চলিক ভাষা তামিলহে; তেলেগু নহয়। পশ্চিমবঙ্গত নেপালী গোৰ্খা ভাষা-ভাষী জনসংখ্যা শতকৰা ৩৫; তাৰ আঞ্চলিক ভাষা বঙলা। এই পৰিসংখ্যা অনুপাতে চালে অসমত বঙালী ভাষাই আঞ্চলিক ভাষাৰ মৰ্য্যাদা পোৱাৰ যুক্তি থাকে ক'ত?



১৯৬০ চনতে ভাষা আইন গৃহীত হ'ল। আজি এযুগ পাচতো অসমত অনাঅসমীয়া মাধ্যমত গঢ়ি উঠা স্কুলসমূহত অসমীয়া ভাষা প্ৰৱৰ্ত্তন নোহোৱাতো বৰ দুখৰ কথা, তাৰোপৰি অসমীয়াই ৰাজ্যিক ভাষাৰ স্বীকৃতি পোৱাৰ পিচতো এই ৰডিয়াৰ দৰে সৰু চহৰতে অনাঅসমীয়া মাধ্যমৰ দুখনকৈ উচ্চ মাধ্যমিক স্কুল হ'ল অথচ অসমীয়া ৰাজ্যভাষা হোৱাৰ আগতে বঙালী আৰু হিন্দী ভাষী ল'ৰা-ছোৱালীয়ে অসমীয়া মাধ্যমত শিক্ষালাভ কৰি স্নাতক হোৱা উদাহৰণো আমি পাইছো। চৰকাৰৰ দৃঢ়পদক্ষেপ নোহোৱাত এই স্কুলবোৰত অসমীয়াৰ প্ৰবেশ নিষিদ্ধ হৈ ৰ'ল। সাহিত্য সভাৰ পক্ষৰ পৰা এই সন্দৰ্ভত কিবা কাৰ্য্যপন্থা লোৱা হৈছিল নে নাই আমি কব নোৱাঁৰো। যদি হোৱা নাই তেন্তে ই আক্ষেপৰ কথা।

১৯৬০ চনৰ ভাষা আন্দোলনত অসমে ধনে-প্ৰাণে বলি দিব লগা হৈছে, অসমৰ জাতীয় চৰিত্ৰত কলঙ্কৰ ছেক দিয়া হৈছে, অসমৰ জাতীয়ত্বৰ বিকৃত ৰূপ অঙ্কণ কৰি বহিঃজগতত অসমক হেয় কৰাৰ প্ৰচেষ্টা চলোৱা হৈছে। কাৰ কুচক্ৰান্তত বা কাৰ ভুলত এনেবোৰ কাণ্ড ঘটিবলৈ পাইছে, এইবোৰৰ কাৰণ উদ্ঘাটন কৰাৰ ভাৰ লব লাগিব সাহিত্য সভাই। আজি বাৰ বছৰৰ পিচত আমাৰ ৰাজ্যখনৰ বিভিন্ন ভাষা-ভাষী লোকৰ মাজত সংঘাতৰ সৃষ্টি হৈছে আৰু ১৯৬৯ চনৰ পুনৰাবৃত্তি ঘটিছে, ই বৰ অশুভ লক্ষণ। এই বিষবৃক্ষৰ মুলোচ্ছেদ এতিয়াই কৰিব লাগিব। অসম সাহিত্য সভাই এই পৰিস্থিতিৰ সন্মুখীন হবলৈ বিশেষ নিৰ্ভীক ভূমিকা লব লাগিব।

অসম সাহিত্য সভাক গতিশীল আৰু জনতামুখী কৰিবলৈ চেষ্টা কৰাটোহে বেছি ফলপ্ৰসূ হব বুলি ভাবো। আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ চৰ্চ্চা, উন্নতি আৰু পৰিপুষ্টি নিৰ্ভৰ কৰে আমাৰ নিজৰ ওপৰত, মৌখিক সদিচ্ছাৰ বাহিৰে অইনে ইয়াত কোনো অৱদান দিয়া দেখা নাই। গতিকে বৰ বেছি আড়ম্বৰ নকৰাকৈয়ে

বা দেশ–বিদেশৰ শিল্পী-সাহিত্যিকৰ সমাবেশ নকৰাকৈয়ে আমাৰ মাজৰে সাহিত্যিকসকলে যাতে গঠনমূলক দৃষ্টিভঙ্গীৰে ভাষা-সাহিত্যৰ প্ৰচাৰত ব্ৰতী হব পাৰে তাৰে চেষ্টা কৰাহে উচিত হব। সাহিত্য সভাৰ অধিৱেশনবোৰ চহৰ অঞ্চলৰ বৰ আড়ম্বৰপূৰ্ণ পৰিবেশত নেপাতি গ্ৰাম্য জনতাৰ আৰু জনজাতীয় অঞ্চলত পাতি অসমীয়া ভাষা-কৃষ্টিৰ প্ৰচাৰ মাধ্যমেৰে জনসাধাৰণক আকৰ্ষণ কৰাটোও এটা অতি প্ৰয়োজনীয় কথা। জনজাতীয় ৰীতি-নীতি, সামাজিক আচাৰ-পদ্ধতি আৰু কলা-কৃষ্টিৰ ওপৰত আলোকসম্পাত কৰি জনজাতীয় সমাজৰ সৈতে ঐক্য আৰু সংহতি ৰক্ষাৰ উপায় উদ্ভাৱন কৰিব লাগে।

অকল সাহিত্য স্ৰষ্টাকেইজনেই সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰ সাধন কৰিব নোৱাৰে, কিছুমান লাগিব সাহিত্যসেৱী আৰু লাগিব বহল পঢ়ুৱৈ সমাজ, সেই কাৰণে গাৱেঁ-ভূঞে সাহিত্য প্ৰচাৰ যাতে নিৰ্ব্বিবাদে হব পাৰে সেইটোও সাহিত্য সভাৰ চিন্তনীয় বিষয় হোৱা উচিত বুলি ভাবো।

শ্ৰদ্ধেয় সুধীমণ্ডলী, দীঘলীয়া আৰু অসংলগ্ন কথাৰ অৱতাৰণা কৰি আপোনালোকৰ সময় নষ্ট কৰাৰ অধিকাৰ মোৰ নাই। মোৰ কথাখিনিক অভিভাষণ বুলি কোৱাৰ ধৃষ্টতা মোৰ নাই, অভিভাষণৰ মৰ্য্যাদা বৰ উচ্চ। বঙিয়াত সাহিত্য সভাৰ অধিৱেশনৰ যো-জা কৰি আমি যিসকলক পৃষ্ঠপোষক আৰু উপদেষ্টা হিচাবে পাইছো আৰু তেওঁলোকৰ সুদিহা-পৰামৰ্শমতে আমি আমাৰ কাৰ্য্যাৱলী নিয়াৰিকৈ পালন কৰাত উদগনি পাইছোঁ, সেই সকলোৰে প্ৰতি অভ্যৰ্থনা সমিতিৰ পক্ষৰ পৰা কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

বঙিয়া বঙবেৰঙৰ ঠাই, অৰ্থাৎ ই নানা বৰ্ণৰ, নানা সম্প্ৰদায়ৰ আৰু নানা ভাষা-ভাষী লোকৰ মিলন ক্ষেত্ৰ। সেই সকলোৰে সহায়-সহযোগ আৰু আন্তৰিকতাৰে আগবঢ়োৱা দান-বৰঙণিৰে অভ্যৰ্থনা সমিতিৰ প্ৰতি যি সঁহাৰি দিছে সি অতুলনীয়। বঙিয়া



প্ৰধানতঃ ব্যৱসায় কেন্দ্ৰ। ইয়াৰ অনা-অসমীয়া ব্যৱসায়ীসকলেও সাহিত্য সভাৰ এই অধিৱেশনৰ কৃতকাৰ্য্যতালৈ লক্ষ্য ৰাখি সঁহাৰি দিয়াত আমি বিশেষভাৱে উৎসাহিত হৈছোঁ। বঙিয়া অঞ্চলৰ সকলো অনুষ্ঠান আৰু সদাশয় ৰাইজে এই জাতীয় যজ্ঞ সুসম্পাদন কৰাৰ উদ্দেশ্যে আগবঢ়োৱা সহায়-সহযোগ আৰু দান-বৰঙণিৰ বাবে, অভ্যৰ্থনা সমিতি সকলোৰে ওচৰত চিৰ কৃতজ্ঞ হৈ থাকিব। অধিৱেশনৰ প্ৰস্তুতিত ৰাজ্য চৰকাৰৰ আৰু বিশিষ্ট দাতাসকলৰ সহায়-সহযোগৰ বাবেও আমি কৃতজ্ঞতাৰে শলাগ লৈছো।

সন্মানিত অতিথিবৰ্গ, আপোনাসকলৰ সেৱা-শুশ্ৰূষাত আমাৰ ত্ৰুটি হৈছে বহুতো, তাৰ বাবে অভ্যৰ্থনা সমিতিৰ হৈ ক্ষমা বিচাৰিছোঁ। বহু দূৰ দূৰণিৰ পৰা অশেষ কষ্ট কৰি আহি এই অধিৱেশন সাফল্য-মণ্ডিত কৰা বাবে সদৌ বঙিয়া অঞ্চলৰ ৰাইজ আৰু অভ্যৰ্থনা সমিতিৰ হৈ শলাগ লৈছো। আপোনালোকৰ সফল প্ৰচেষ্টাত আমাৰ ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি হওক, আমাৰ সাহিত্যই বিশ্বসাহিত্যৰ দৰবাৰত যোগ্যতাৰ আসন লাভ কৰক। পৰম করুণাময় ভগৱানে আমাৰ উদ্দেশ্য সফল কৰক। জয়তু ভাষা জননী।

শ্ৰীপ্ৰাণেশ্বৰ শৰ্ম্মা

— + —

# চত্বাৰিংশ সন্মিলনৰ সভাপতিৰ ভাষণ

শ্ৰীগিৰিধৰ শৰ্ম্মা

॥ হৰিওম ॥

জন্মাদ্যস্য যতোঽন্বয়াদিতৰত—
শ্চাৰ্থেষ্বভিজ্ঞঃ স্বৰাট্
তেনে ব্ৰহ্ম হৃদা য আদি কবয়ে
মুহ্যন্তি যৎ সূৰয়ঃ ।
তেজো বাৰিমৃদাং যথা বিনিময়ো
যত্ৰ ত্ৰিসৰ্গোঽমৃষা
ধাম্না স্বেন সদা নিৰস্ত কুহকং
সত্যং পৰং ধীমহি ॥

অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰদ্ধেয় শৰ্ম্মা ডাঙৰীয়া, পৰম সন্মানিত সভাৰ উদ্বোধক অসমৰ মুখ্যমন্ত্ৰী সিংহ ডাঙৰীয়া, শ্ৰদ্ধা-ভাজন অসম সাহিত্য সভাৰ উপস্থিত প্ৰাক্তন সভাপতিসকল, বিশিষ্ট অতিথিবৃন্দ, প্ৰতিনিধিবৰ্গ আৰু উপস্থিত সুধী ৰাইজ! বঙিয়া নগৰ আজি আনন্দত উলহ-মালহ। অসম সাহিত্য সভাৰ চত্বাবিংশ অধি-বেশন বঙিয়া আলোচনী সভাৰ জৰিয়তে বঙিয়া ৰাইজৰ আহ্বানক্ৰমে এইবেলি মহাসমাৰোহেৰে বঙিয়া নগৰত অনুষ্ঠিত হৈছে। বঙিয়া ৰাইজৰ কাৰণে ই অতি গৌৰৱৰ কথা। ইয়াৰ ওচৰৰে বৈদ্যগড় আৰু হৰদত্ত-বীৰদত্তৰ স্মৃতিত নিৰ্ম্মিত আজিৰ এই হৰদত্ত-বীৰদত্ত নগৰে ইয়াৰ প্ৰাচীন ঐতিহ্যৰ ইঙ্গিত দিছে। জয়-জয়তে সেইসকলৰ



স্মৃতিৰ উদ্দেশে আমাৰ শ্ৰদ্ধা নিবদন কৰিছোঁ আৰু উপস্থিত আপোনা-সৱলৈ ভক্তিপূৰ্ণ প্ৰণতি যাচিছোঁ। আপোনাসৱৰ আশীৰ্ব্বাদে আমাক কামত আগবাঢ়িবলৈ শক্তি দিয়ক—এয়ে কামনা।

এই চত্বাবিংশ অধিবেশনৰ সভাপতিৰূপে অসম সাহিত্য সভাৰ শাখাসভাসমূহে এই অভাজনক কিয় নিৰ্ব্বাচিত কৰিলে ক'ব পৰা নাই। অসমীয়া সাহিত্যলৈ মোৰ তেনে বিশেষ অৱদান নাই—মই ডাঙৰ সাহিত্যিক নহওঁ—ডাঙৰ পণ্ডিতো নহওঁ—মোৰ মাথো এইফেৰা আত্মবিশ্বাস আছে যে মই এজন নিষ্ঠাৱান সেৱক। যোৱা চল্লিশটি বছৰেই মই এজন সামান্য শিক্ষক হিচাবে—এজন নগণ্য শিক্ষাসেৱক হিচাবে—এজন সাধাৰণ সমাজসেৱক হিচাবে যথাশক্তি ৰাইজৰ সেৱা কৰি আহিছোঁ। মোৰ এই চল্লিশ বছৰীয়া নিষ্ঠাৰ ওপৰত বিশ্বাস কৰিয়েই হয়তো আপোনালোকে মোৰ ওপৰত এই চত্বাবিংশ অধিবেশনৰ গুৰুভাৰ অৰ্পণ কৰিলে। নাজানো, আপোনালোকৰ এই আস্থা—এই বিশ্বাসৰ শতাংশও মই পূৰণ কৰিব পাৰো নে নাই। গণদেৱতাৰ আশীৰ্ব্বাদৰ ওপৰত মোৰ অটল বিশ্বাস, গতিকেই এই গণদেৱতাৰ আশীৰ্ব্বাদ মূৰত লৈয়েই মই এই গুৰুভাৰ গ্ৰহণ কৰিছোঁ; আশা ৰাখিছোঁ গণদেৱতাৰ শক্তিৰে শক্তিমান হৈ তিলাৰ্দ্ধমান হলেও দেশমাতৃকা তথা চিৰ চেনেহী ভাষা জননীৰ সেৱা কাৰবলৈ ভগৱন্তই আমাৰ ওপৰত কৃপা বৰিষণ কৰিব। যিসকল সাহিত্যসেৱীৰ একনিষ্ঠ সাধনা আৰু অক্লান্ত পৰিশ্ৰমৰ ফলত অসমীয়া সাহিত্যই আজি এইৰূপ পাইছে, সেই সকললৈকে প্ৰথমে মোৰ ভক্তিৰ অৰ্ঘ্য নিবেদন কৰিছোঁ। বিগত উনচল্লিশটি অধিবেশনত যি সকল মহান ব্যক্তিয়ে পৌৰোহিত্য কৰি গৈছে, সেইসকলৰ প্ৰতি মোৰ সশ্ৰদ্ধ প্ৰণতি জ্ঞাপন কৰিছোঁ। তেখেত-সকলৰ পাণ্ডিত্য, সাধনা, নিৰ্ভীকতা আৰু অসমীয়া ভাষা-সাহিত্যলৈ একনিষ্ঠ সেৱা আৰু অৱদানৰ প্ৰাচুৰ্য্যৰ লগত আমাৰ কোনো তুলনা নাই; কিন্তু আমি যি বুজিছোঁ, বৰ্ত্তমান সময়ত অসম সাহিত্য সভাৰ

প্ৰধান কাম হৈছে আমাৰ জনসাধাৰণৰ মাজত সংগঠন আৰু প্ৰচাৰ কাৰ্য্য চলোৱা। এই প্ৰচাৰ আৰু সংগঠনৰ বলেৰেই অসম সাহিত্য সভাক এটি অতি বলিষ্ঠ জাতীয় অনুষ্ঠানত পৰিণত কৰাৰ সময় হৈছে। সেই সংকল্পৰেই আপোনালোকে অৰ্পণ কৰা এই গুৰুভাৰ গ্ৰহণ কৰিবলৈ সাহস পাইছোঁ।

সাহিত্য-সংস্কৃতি জাতীয় জীৱনৰ প্ৰতিচ্ছবি। ইয়াৰ যোগেৰেই এটা জাতিৰ সভ্যতাৰ পৰম্পৰা প্ৰকাশ পায়। অসম সাহিত্য সভাক এক বলিষ্ঠ জাতীয় অনুষ্ঠানত পৰিণত কৰিবলৈ হলে অসমৰ জনসাধাৰণৰ মাজত ইয়াৰ গৌৰৱ আৰু প্ৰভাৱৰ কথা বুজাই জনসাধাৰণৰ মনত জাতীয় চৈতন্য জাগৰুক কৰি তুলিব লাগিব। এই জাগৰণ ব্যতিৰেকে জাতীয় চৈতন্যবোধৰ উদয় হ'ব নোৱাৰে। তাৰ কাৰণে অসম সাহিত্য সভাই এদল নিস্বাৰ্থ, উদাৰ, ত্যাগী আৰু নিষ্ঠাৱান প্ৰচাৰক সৃষ্টি কৰিবই লাগিব। অসমৰ গাৱেঁ-ভূঞে সাহিত্য সভাৰ মাহাত্ম্য প্ৰচাৰ কৰি সভ্য ভৰ্ত্তি কৰিব লাগিব আৰু সভা-সমিতি কৰি সাহিত্য সভাৰ প্ৰতি আনুগত্য জন্মাই প্ৰতিজন নাগৰিকৰ মনলৈ জাতীয় চৈতন্য সঞ্চাৰ কৰিব লাগিব। এই প্ৰচাৰক আৰু সংগঠকৰ অভাৱতেই আজি অসমীয়া মানুহৰ মাজত ঐক্যবোধ নোহোৱা হৈ পৰিছে—পৰস্পৰ যোগাযোগৰ অভাৱৰ কাৰণেই নানা ভুল বুজাবুজি হৈছে। ক'ত কি ঘটিছে, ক'ত কি অপপ্ৰচাৰ আৰু ষড়যন্ত্ৰ চলিছে আৰু কেনেকৈ বিভেদৰ সঁচ সিঁচা হৈছে আমি গম নাপাওঁ আৰু ফলত পূৰ্ব্বপ্ৰান্তত অৱস্থিত এই বিশাল অসমৰাজ্য ভাগি টুকুৰা-টুকুৰ হব ধৰিছে। বন্ধুসকল, আপোনালোকে বেচকৈ জানে যে, আমাৰ অযোগ্যতাৰ কাৰণেই, আমাৰ সংগঠন আৰু যোগাযোগৰ অভাৱৰ কাৰণেই, আমাৰ অতি মৰমৰ ঠাইবোৰ আমাৰ পৰা আঁতৰি গৈ নগাৰাজ্য, অৰুণাচল আদি নাম লৈ বেলেগ ৰাজ্যত পৰিণত হ'ল। নগাৰাজ্যৰ বিভিন্ন ফৈদৰ লোকসকলে ইটো সিটো ফৈদৰ লোকৰ মাজত ভাবৰ আদান



প্ৰদান কৰিব লাগিলে, এতিয়াও অসমীয়াৰ মাধ্যমেৰে কৰে। তেওঁলোকৰ 'নাগামিজ' অসমীয়াৰে অন্যৰূপ। এতিয়াও আমাৰ নগা ভাইসকলৰ লগত কথা পাতিলে আমিহে 'তেওঁলোকক ঘিণ কৰি ঠেলি আঁতৰাই দিয়া বুলি কয়। অৰুণাচলৰো সেই একেই কথা। অৰুণাচলৰ কামেং, সোৱণশিৰি, চিয়াং, লোহিত আৰু টিৰাপ জিলাৰ ইখনৰ লোকে সিখনৰ লোকৰ কথা বুজি নাপায়। এতিয়াও তেওঁলোকে পৰস্পৰৰ ভিতৰত যোগাযোগ কৰিব লাগিলে অসমীয়াৰ মাধ্যমেৰে কৰে। এতিয়াও তেওঁলোকৰ অসমীয়া শিকাৰ আগ্ৰহ আছে। এতিয়াও অসমৰ শিক্ষানুষ্ঠানলৈ আহি অসংখ্য লৰা-ছোৱালীয়ে অসমীয়া পঢ়ি আছে। অথচ অতি পৰিতাপৰ বিষয় যে, আজি তেওঁলোক আমাৰ পৰা পৃথক হৈ পৰিছে। এই অঞ্চলবোৰত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিৰুদ্ধে তথা অসমীয়া লোকৰ চৰিত্ৰৰ বিৰুদ্ধে কি অপপ্ৰচাৰ, ষড়যন্ত্ৰ চলিছে সেইবোৰৰ কিমানখিনি ভু আমি ৰাখিছো বন্ধুসকল? সেইবোৰৰ প্ৰতিকাৰৰ কাৰণে আমি কিবা প্ৰচেষ্টা চলাইছো নে? আমাৰ কোনো লোকক পঠিয়াই তাত প্ৰচাৰ নাইবা সংগঠন কৰিব পাৰিছো নে? আনকি এইবোৰ কাম কোনে কৰিছে, সেই বিষয়ে সঠিক খবৰ ৰাখিছো নে? সেইদৰে মিজোৰামৰ সৃষ্টি হ'ল, মেঘালয়ৰো সৃষ্টি হ'ল। গাৰো, জয়ন্তীয়া, খাছীয়াসকলক অসমীয়া নহয় বুলি কোনে ক'ব পাৰে? অথচ সেইসকল আজি অসমৰ বাহিৰত। এতিয়া আকৌ 'উদয়াচল'ৰ কথাও উঠিছে। কাছাৰবাসী অসমীয়া নহয় বুলিও প্ৰতিধ্বনি উঠিছে। এই কথাবোৰ ভালকৈ গমি চাবৰ সময় পাৰ হৈ গৈছে। ইয়াৰ বীজ কোন সময়ত কেনেকৈ সোমাল, সেই কথাবোৰ বিশ্লেষণ কৰি চাবৰ সময়ো প্ৰায় উকলি গ'ল। আজি আৰু বহি থকাৰ সময় নাই।

দেশপ্ৰেমী ৰাইজ, আমি আত্মবিশ্লেষণ কৰি চাই আত্মবিশ্বাস লাভ কৰিবলৈ সাজু হবৰ হ'ল, তেতিয়াহে আত্মপ্ৰতিষ্ঠা তথা

জাতীয়প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হব পাৰিম। কি কাৰণে কব নোৱাৰো আমাৰ মন অৱসাদ, দুৰ্ব্বলতা আৰু হীনমন্যতাই অধিকাৰ কৰিছে। আমাৰ অতীতৰ সভ্যতা-সংস্কৃতি শৌৰ্য্য-বীৰ্য্যৰ কথা স্মৰণ কৰি, জাতীয় চৈতন্য লাভ কৰি, দুৰ্ব্বাৰ সাহসেৰে আমাৰ মনৰ পৰা অৱসাদ-দুৰ্ব্বলতা আঁতৰাই পেলাব লাগিব। আমি আত্মবলিদানৰ মন্ত্ৰেৰে আকৌ দীক্ষিত হব লাগিব। সেয়েহে আজি যুৱশক্তিৰ তেজীয়ান জাগৰণ দেখি মনলৈ আশাৰ সঞ্চাৰ আহিছে। তেওঁলোকৰ শক্তিৰ আস্ফালন নাই; কিন্তু শক্তিৰ ওপৰত আস্থা আছে। তেওঁলোকৰ জাগৰণ সুপৰিকল্পিত আৰু এই জাগৰণে তেওঁলোকৰ দুৰ্ব্বলতা আৰু হীনমন্যতা দূৰ কৰিছে। তেওঁলোকৰ অসীম শক্তি আৰু জাগৰণ দেখি ৰক্ষণশীল কোনো লোকে হয়তো ভয় কৰিব পাৰে; কিন্তু প্ৰগতিবাদী-আশাবাদী লোকৰ কাৰণে ই আনন্দৰ কথা। কাৰণ এই জাগ্ৰত যুৱশক্তিক যদি বলিষ্ঠ নেতৃত্বৰে তেওঁলোকৰ অদম্য শক্তিক সুপথে চালিত কৰিব পৰা যায়, তেনেহলে আমাৰ ভৱিষ্যত অতি মঙ্গলময়।

আমাৰ সভ্যতা-সংস্কৃতি, শৌৰ্য্য-বীৰ্য্য, বৌদ্ধিক-বিকাশ অতি প্ৰাচীন। অন্ততঃ দুহাজাৰ বছৰ ব্যাপী থকা অসমৰ ঐতিহ্য পৰম্পৰাৰ ভূৰি ভূৰি প্ৰমাণ আছে। এই পূব প্ৰান্তত আৰ্য্য সভ্যতাৰ বিস্তাৰো অতি প্ৰাচীন। উত্তৰ-পশ্চিম প্ৰান্তৰ সিন্ধু উপত্যকাত আৰ্য্য সভ্যতা বিস্তৃতিৰ সময়তেই উত্তৰ-পূব প্ৰান্তৰ ব্ৰহ্মপুত্ৰ উপত্যকাতো আৰ্য্য সভ্যতা বিস্তৃত হৈছিল বুলি বিশ্বাস কৰাৰ থল আছে। সিন্ধু উপত্যকাৰ সভ্যতা হিমালয়ৰ পাদদেশেৰে বিয়পি পৰি অসম প্ৰৱেশ কৰোতে অধিক বিলম্ব হোৱা যেন নালাগে। অসম বুলিলে অৱশ্যে কালিকা পুৰাণ, যোগিনীতন্ত্ৰত উল্লেখ কৰা মতে—

নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য সঙ্গমম্।
কৰতোয়াং সমাশ্ৰিত্য যাৱদ্দিকৰ বাসিনীম্॥



উত্তৰস্যাং কুঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে।
তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্ব্বস্যাং গিৰিকন্যকে॥
দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষায়াঃ সঙ্গমাৱধি।
কামৰূপ ইতিখ্যাতঃ সৰ্ব্বশাস্ত্ৰেষু নিশ্চিতঃ॥
যোগিনীতন্ত্ৰ ১।১১।১৬-১৮

পশ্চিমে কৰতোয়াৰ পৰা আৰম্ভ কৰি অৰ্থাৎ কোচবিহাৰ, জলপাইগুৰি, ৰংপুৰ, দিনাজপুৰ, বগুৰা আদিকে ধৰি বৰ্ত্তমানৰ অৰুণাচল, নগাৰাজ্য, মেঘালয়, মিজোৰামলৈকে এই বিৰাট ভূভাগ প্ৰাচীন অসমৰ অন্তৰ্ভুক্ত আছিল।

মণিপুৰ আৰু নেপালৰ বহু অংশ আনকি চীনৰ অনেক অংশও কামৰূপৰ ভিতৰত আছিল। নহলে ভগদত্তই চীনা সৈন্য লৈ কুৰুক্ষেত্ৰ যুদ্ধলৈ কেনেকৈ যাবলৈ পালে? আন হাতেদি আমি মহাভাৰত আৰু কৃষ্ণ চৰিত্ৰ সঁচা বুলি বিশ্বাস যদি কৰো, ইয়াকো বিশ্বাস কৰিব লাগিব যে শ্ৰীকৃষ্ণ সুদূৰ দ্বাৰকাৰ পৰা আহি অসমৰ পূব প্ৰান্তত থকা কুণ্ডিল নগৰৰ ৰজা ভীষ্মকৰ কন্যাক বিয়া কৰাই নিছিল। শ্ৰীকৃষ্ণই নিশ্চয় সংস্কাৰবিহীন, ঐতিহ্যবিহীন ঘৰৰ ছোৱালী বিয়া কৰাবলৈ অহা নাছিল। পশ্চিম প্ৰান্তত অৱস্থিত দ্বাৰকাৰ লগত পূব প্ৰান্তত অৱস্থিত অসমৰ (কামৰূপৰ) অবিচ্ছিন্ন যোগাযোগো নিশ্চয় প্ৰাচীন কালৰে পৰা আছিল। শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কোঁৱৰ আৰু বাণৰ জীয়ৰী উষাৰ পৰিণয়েও সেই একে কথাকে সূচায়। উষা-চিত্ৰলেখাৰ কথোপকথন, বৌদ্ধিক বিকাশ আৰু কলা-সংস্কৃতিৰ জ্ঞান, নৃত্য-পটীয়সী চিত্ৰলেখাৰ নৃত্য-ভঙ্গিমা এই আটাইবিলাকে এখন সুসভ্য দেশৰেই পৰিচয় দিয়ে। সেইদৰে পাণ্ডু পুত্ৰ ভীম আৰু অৰ্জ্জুনে হিড়িম্বা আৰু উলুপী-চিত্ৰাঙ্গদাক বিয়া কৰোৱা কথাইও সেই প্ৰমাণ দিয়ে। তদুপৰি এই ৰাজ্যৰ বিভিন্ন স্থানত থকা বশিষ্ঠাদি নানা ঋষি-মুনিৰ আশ্ৰমবোৰে আৰু লগতে প্ৰাচীন কীৰ্ত্তি-কলাপে এই দেশৰ সভ্যতা-সংস্কৃতিৰ কথা সোঁৱৰাই

দিয়ে। সভ্যতাৰ ঐতিহ্য আৰু সংস্কৃতিৰ খ্যাতি আৰু পৰম্পৰা নথকা হলে এই দেশলৈ নানা ঋষি-মুনি আহি অধ্যয়ন-অধ্যাপনাত ৰত নাথাকিলহেঁতেন, বেদ-বেদান্ত, গীতা-ভাগৱত, পুৰাণ-দৰ্শন আদি শাস্ত্ৰ চৰ্চ্চাৰ স্থান এই অসমত নাথাকিলহেঁতেন। অসমা-সুষমা কামৰূপা জননী কেৱল প্ৰকৃতিৰ ৰম্য স্থানেই নহয়, পুৰাকালৰে পৰা ই জ্ঞান আৰু সভ্যতাৰেও সমৃদ্ধ।

খৃষ্টীয় দ্বাদশ শতিকালৈ অৰ্থাৎ আহোমসকল আমাৰ দেশলৈ অহাৰ আগলৈকে আমাৰ এই অসম দেশ (কামৰূপ) এক ৰজাৰ অধীনত আছিল। বৰ্ম্মা বংশৰ ৰজাসকল সপ্তম শতিকাৰ প্ৰায় শেষলৈকে, তাৰ পিছত শালস্তম্ভ বংশৰ ৰজাসকল আৰু পাল বংশৰ ৰজাসকল দ্বাদশ শতিকালৈকে কামৰূপৰ একছত্ৰী সম্ৰাট আছিল। দশম-একাদশ শতিকালৈ গোটেই ভাৰততে সংস্কৃত ভাষাৰ আৰু পালি-প্ৰাকৃত অপভ্ৰংশৰ ব্যৱহাৰ আছিল। দেশী ভাষাবিলাকৰ তাৰ পিছতহে বিভিন্ন অপভ্ৰংশৰ পৰা সৃষ্টি হয়। সপ্তম শতিকাত ভাস্কৰ বৰ্ম্মাৰ দিনত চীন পৰিব্ৰাজক হিউৱেনচাঙক আমাৰ ভাস্কৰ বৰ্ম্মাই আমন্ত্ৰণ কৰি আনিছিল আৰু তেতিয়াই তেওঁৰ নিচিনা বিদগ্ধ পণ্ডিতেও অসমৰ তেতিয়াৰ ভাষা, মধ্য ভাৰতৰ ভাষাতকৈ সামান্যহে পৃথক বুলি কৈছিল। সেই সময়ৰ ভাৰতৰ একছত্ৰী সম্ৰাট হৰ্ষবৰ্দ্ধনেও আমাৰ ভাস্কৰ বৰ্ম্মাক ভূয়সী প্ৰশংসা কৰিছিল, সহৃদয় সম্বন্ধ স্থাপন কৰিছিল। ভাস্কৰ বৰ্ম্মাই হৰ্ষবৰ্দ্ধনলৈ যি উপঢৌকন দিছিল সিবোৰেও আমাৰ সভ্যতা-সংস্কৃতিৰ পৰিচয় নিদিয়াকৈ থকা নাই। আহোমসকলে ৰাজত্ব কৰা সময়তে পূব-দক্ষিণ ফালে কছাৰী ৰজাসকলে আৰু পশ্চিমে কোঁচ ৰজাসকলে ৰাজত্ব কৰিছিল। পৰৱৰ্ত্তী কালত দৰঙী ৰজা, ডিমৰীয়া ৰজা প্ৰভৃতি নানা বংশৰ ৰজাসকলেও কেতবোৰ ৰাজ্য স্থাপন কৰিছিল। কছাৰী (বৰাহী) ৰজা মহামাণিক্যৰ পৃষ্ঠপোষকতাতে অপ্ৰমাদী কবি মাধৱ কন্দলীয়ে বাল্মীকি ৰামায়ণৰ নিচিনা আদৰ্শপূৰ্ণ মধুৰ কাব্যগ্ৰন্থ প্ৰাঞ্জল অসমীয়ালৈ



অনুবাদ কৰিছিল। তেওঁৰ সমসাময়িক হেম সৰস্বতী, ৰুদ্ৰ কন্দলী আদিয়ে সুন্দৰ সুন্দৰ কাব্যগ্ৰন্থ ৰচনা কৰিছিল। কোঁচ ৰজাৰ আশ্ৰয়ত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ প্ৰভৃতিয়েও তত্ত্বপূৰ্ণ গ্ৰন্থৰাজি অসমীয়া ভাষাত প্ৰণয়ন কৰি অসমীয়া ভাষা-সংস্কৃতিৰ ঐতিহ্য সৃষ্টি কৰি গৈছে। মহাকবি ৰাম সৰস্বতীয়ে মহাভাৰত অনুবাদ কৰাৰ উপৰিও অগণন গ্ৰন্থ প্ৰণয়ন কৰিছিল। ৰত্নাকৰ কন্দলীয়ে লিখা গদ্য ভাগৱতো হাতে লিখা অৱস্থাত সাঁচি-পতীয়া পুথি হিচাবে পোৱা গৈছে। ভট্টদেৱে ষোড়শ শতিকাতে কথাভাগৱত, কথাগীতাৰ নিচিনা গদ্য গ্ৰন্থ প্ৰণয়ন কৰিছিল। ভাৰতৰ দেশীয় ভাষাবোৰৰ ভিতৰত এয়ে প্ৰথম গদ্য সাহিত্য সৃষ্টি বুলি প্ৰমাণিত হৈছে।

ডাকৰ বচন, ভণিতা, মন্ত্ৰপুথিবোৰ আৰু দীপিকাছন্দ প্ৰভৃতি গ্ৰন্থই অসমীয়া ভাষাৰ প্ৰাচীনত্ব খৃষ্টীয় ৭ম শতিকা মানলৈ নিয়ে। মুঠৰ ওপৰত এইটো একেবাৰে সত্য কথা যে অসমীয়া ভাষাত ভাৰতীয় অন্যান্য দেশীয় ভাষাবিলাকৰ ভিতৰত প্ৰথমেই কাব্য, নাটক, গীত, পদ, গদ্য আদি সকলো প্ৰকাৰৰ সাহিত্য সম্ভাৰৰ সৃষ্টি হৈছিল। স্থাপত্য ভাস্কৰ্য্যৰ কথা প্ৰাচীন কীৰ্ত্তি-কলাপৰ ধ্বংসাৱশেষসমূহে আৰু 'আমবাৰী' প্ৰভৃতি ঠাইৰ খনন কাৰ্য্যই প্ৰমাণ কৰিছে। এই ৰাজ্যৰ চিত্ৰ বিদ্যাৰ প্ৰাচীনত্ব সম্বন্ধে হস্তী-বিদ্যাৰ্ণৱ, শঙ্খচূড় বধ, চিত্ৰভাগৱত প্ৰমুখ্যে কেতবোৰ সাঁচি-পতীয়া পুথিৰ চিত্ৰই প্ৰমাণ দিয়ে। গণিত, জ্যোতিষ আদি বিষয়তো উচ্চ ধৰণৰ চৰ্চ্চা আৰু নানা গ্ৰন্থ প্ৰণয়ন হৈছিল। বিশেষকৈ স্মৃতি শাস্ত্ৰৰ বিশেষ অধ্যয়ন-অধ্যাপনা গৱেষণা-চৰ্চ্চা প্ৰাচীন কামৰূপত হৈছিল। শ্ৰদ্ধেয় কনকলাল বৰুৱাই উল্লেখ কৰা মতে চাৰিখণ্ডেৰে নিৰ্ম্মিত বিৰাট স্মৃতিগ্ৰন্থ 'স্মৃতিসাগৰ' কামৰূপৰ গৌৰৱময় উজ্জ্বল মণি। মহামহোপাধ্যায় দামোদৰ মিশ্ৰ, পীতাম্বৰ সিদ্ধান্ত বাগীশ, নীলাম্বৰাচাৰ্য্য প্ৰভৃতি পণ্ডিতৰ নানা স্মৃতিগ্ৰন্থ, পুৰুষোত্তমৰ ৰত্নমালা

ব্যাকবণ আৰু মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ বৃত্তমঞ্জৰীও অসমৰ একো একোটা কীৰ্ত্তিস্তম্ভ। এইবোৰ কথাই প্ৰমাণ কৰে যে কমেও বিগত দুহাজাৰ বছৰ ব্যাপী অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ পৰম্পৰা অবিচ্ছেদ্যভাৱে চলি আহিছে। কিয়নো পৰম্পৰা নাথাকিলে একেদিনাই প্ৰাঞ্জল সাহিত্য সৃষ্টি আৰু সুন্দৰ কলা-সৃষ্টিৰ সম্ভৱ নহলহেঁতেন; যোগাযোগ আৰু সৰ্ব্বভাৰতীয় সংহতিত অসমৰ যোগসূত্ৰও নাথাকিলহেঁতেন।

আমাৰ ইমানবোৰ ঐতিহ্যৰ খ্যাতি আৰু সংস্কৃতি-সম্পদ থকা সত্বেও এটা সময়ত আমাৰ দুৰ্য্যোগ আহি পৰিল। অষ্টাবিংশ শতিকাৰ শেষৰ ফালৰ পৰা ঊনবিংশ শতিকাৰ শেষলৈকে, প্ৰায় এশ বছৰৰ ওপৰ কাল আমাৰ কাৰণে অতি দুৰ্দ্দিনৰ কাল। মানমৰাণৰ আক্ৰমণে আমাৰ দেশ জুৰুলা কৰিলে, আমাৰ দেশৰ প্ৰচুৰ ঐশ্বৰ্য্য ধ্বংস কৰিলে। তাৰ ভিতৰত অগণন হাতে লিখা সাঁচি-পতীয়া পুথিও কালৰ বুকুত জাহ গ'ল। যিবোৰ বিভিন্ন স্থানত বিভিন্ন কাৰণে সিঁচৰতি হৈ থাকিল সিবোৰ আমি এতিয়াও সম্পূৰ্ণৰূপে উদ্ধাৰ কৰিব পৰা নাই। পৰম শ্ৰদ্ধেয় হেমচন্দ্ৰ গোস্বামীদেৱে ১৯২০ চনতেই কোৱা মতে কমেও পাঁচ হাজাৰ অতি মূল্যৱান গ্ৰন্থ উদ্ধাৰ কৰিব পৰা অৱস্থাত আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ চেষ্টাত বিশেষকৈ শ্ৰীদণ্ডিৰাম দত্ত ডাঙৰীয়াৰ অশেষ যত্নৰ ফলত এতিয়ালৈ প্ৰায় চাৰি হাজাৰ মান পুথি উদ্ধাৰ হোৱা বুলি জনা গৈছে। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, কামৰূপ অনুসন্ধান সমিতি আৰু কামৰূপ সঞ্জীৱনী সভাইও বহু পুথি উদ্ধাৰ কৰিছে। এই ক্ষেত্ৰত ৺পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীদেৱেও কম অৰিহণা যোগোৱা নাছিল। ইয়াৰ বাহিৰেও অন্যান্য অনুষ্ঠান আৰু ব্যক্তিগতভাৱেও কিছু পুথিৰ উদ্ধাৰ হৈছে।

আনহাতেদি, ভাৰতৰ অন্যান্য ৰাজ্যৰ তুলনাত অসম ৰাজ্যখন ইংৰাজৰ অধীনলৈ আহিল সৰাতোকৈ পাছত। বস্তুতঃ পাশ্চাত্য



সভ্যতা আৰু পাশ্চাত্য সাহিত্যৰ প্ৰভাৱ অসমত প্ৰৱেশ কৰাৰ মাত্ৰ এশ বছৰহে হ'ল। তাৰ উপৰিও অসমৰ ক্ৰমপৰিবৰ্ত্তিত ভৌগোলিক অৱস্থানে অসমৰ সৰ্ব্বভাৰতীয় যোগসূত্ৰ ক্ষীণতকৈ ক্ষীণতৰ কৰি তুলিলে। তথাপিও অসমৰ সংস্কৃতি-গধুৰ প্ৰাচীনত্বৰ ওপৰত ভৰদি এক শক্তিশালী নব্য সাহিত্য গঢ় লৈ উঠিল। সাহিত্যৰ নৱযুগ আৰম্ভ হ'ল। নাটক-উপন্যাস, কবিতা-গল্প, ৰস-সাহিত্য আৰু চিন্তামুখী প্ৰবন্ধ, এই আটাইবোৰ কাব্য সৃষ্টিয়ে অসমীয়া ভাষাক এটা সাবলীল মননশীল আৰু মাধুৰ্য্যময় ভাষাত পৰিণত কৰিলে; কিন্তু প্ৰাচীন গৌৰৱ আৰু নব্য সাধনা থকা সত্বেও আমাৰ বিপৰ্য্যয়ৰ অন্ত নপৰিল। এটাৰ পাছত এটা বিপৰ্য্যয় আৰম্ভ হ'ল।

আমাৰ ভাৰতবৰ্ষ দেশখন বহুতো ৰাজ্যৰ সমষ্টি। স্বাধীনতা লাভ কৰাৰ পাছত ভাষাৰ ভিত্তিত ৰাজ্যবোৰ বিভাজন কৰা হ'ল আৰু প্ৰত্যেক ৰাজ্যৰ কাৰণে সংবিধানত উল্লিখিত একো একোটা ভাষা আঞ্চলিক ভাষা হিচাবে স্থিৰ কৰা হ'ল। তেতিয়াই মাতৃভাষা নুবুলি আঞ্চলিক ভাষা বোলাৰ কাৰণ হ'ল যে যদিও ভাষাৰ ভিত্তিত ৰাজ্যবোৰ বিভাজন কৰা হ'ল, তথাপি প্ৰতিখন ৰাজ্যতে কম-বেছি পৰিমাণে সেই ভাষাভাষী লোকৰ বাহিৰেও অন্য ভাষাভাষী লোকো থাকিল। সেই বিভাজন অনুসৰি ৰাজ্য বিভাজন কৰাৰ পাছত প্ৰত্যেক ৰাজ্যৰ কাৰণে একো একোটা ৰাজ্যভাষা নাইবা আঞ্চলিক ভাষা স্থিৰ কৰি দিয়াও হ'ল। সেই অনুসাৰে অসমৰ ৰাজ্যভাষা নাইবা আঞ্চলিক ভাষা অসমীয়া বুলি স্থিৰ হ'ল; কিন্তু অসমৰ কাৰণে অতি দুৰ্কপালৰ কথা যে দেশ বিভাজনৰ সময়তো ইয়াত নানা ষড়যন্ত্ৰ চলিছিল পূৰ্ব্বাচল কৰাৰ কাৰণে, অথাপি শেষত আমাৰ নেতাসকলৰ চেষ্টা আৰু সাহিত্য সভা প্ৰভৃতি অনুষ্ঠান আৰু বাইজৰ নানা চেষ্টাৰ ফলত পূৰ্ব্বাচলৰ সৃষ্টি বন্ধ হ'ল। কোচবিহাৰ, জলপাইগুৰি, ৰংপুৰ, দিনাজপুৰ, বগুৰা আদি ঠাইৰ ভাষা-সংস্কৃতি, আচাৰ-ব্যৱহাৰ সকলো অসমীয়া। এতিয়াও সেই অঞ্চলৰ লোকে কথা

কোৱা শুনিলে নাইবা তেওঁলোকক দেখিলে আৰু তেওঁলোকৰ আচাৰ-পদ্ধতি আৰু পৰিৱেশ মন কৰিলে তেওঁলোকক অসমীয়া যেনেই লাগে। অথচ বহুকাল অসমতে থকা এই অঞ্চলটোক ইয়াৰ বাসিন্দাসকলৰ ইচ্ছাৰ বিৰুদ্ধেও ৰাজনৈতিক কাৰণত নাইবা ন্যস্ত স্বাৰ্থসিদ্ধিৰ কাৰণত অসমৰ পৰা আঁতৰাই নিয়া হ'ল। স্বাধীনতাৰ আগমুহূৰ্ত্ততো তাৰ লোকসকলৰ আনকি কোচবিহাৰৰ মহাৰজাৰো অসমত থকাৰ মত আছিল বুলি সেই সমস্যাত জড়িত থকা লোকৰ পৰা জনা যায়। কোচ ৰজাৰ আশ্ৰয়তে থাকি আমাৰ প্ৰগতিবাদী কবিগুৰু শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, ৰাম সৰস্বতী প্ৰমুখ্যে কবিসকলে শাস্ত্ৰ চৰ্চ্চা কৰিছিল; তত্বপূৰ্ণ গ্ৰন্থ প্ৰণয়ন আৰু অনুবাদ কৰিছিল, এই বিৰাট ৰাজ্যখনৰ সকলো জাতি, সকলো সম্প্ৰদায়ৰ মাজত সম্প্ৰীতি আৰু সংহতি স্থাপন কৰিছিল, অকল কোচবিহাৰতে ২৪ খন সত্ৰ স্থাপন কৰিছিল— তাৰ কীৰ্ত্তিস্তম্ভস্বৰূপ মধুপুৰ, বৈকুণ্ঠপুৰ, ভেলা, মাধৱপুৰ আজিও বিদ্যমান। গোৱালপাৰাকো অসমৰ গাৰ পৰা কাটি নিবলৈ বহুবাৰ চেষ্টা কৰা হৈছে; কিন্তু গোৱালপাৰাবাসী অসমীয়া আৰু তেওঁলোকে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতিৰ কাৰণে চিৰদিন অহোপুৰুষাৰ্থ কৰি আহিছে। তেনেস্থলতো খ্যাতনামা ঐতিহাসিক পণ্ডিত বুলি যাক আমি পূজা কৰি আহিছোঁ, সেই ৰমেশচন্দ্ৰ মজুমদাৰ ডাঙৰীয়া আৰু সেই নিচিনা কেবাগৰাকী লোকেও কাছাৰ আৰু গোৱালপাৰাক পশ্চিমবঙ্গৰ লগত সাঙুৰিবলৈ পৰামৰ্শ আগবঢ়ায়। যাক আমি আজি ভাৰতৰ অন্যতম বিখ্যাত পণ্ডিত হিচাবে পূজা কৰি আহিছোঁ — তেনে লোকেও অসমৰ সাহিত্যিকৰ বিষয়ে কবলৈ যাওঁতে সেই সময়ৰ অসমৰ এজন-দুজনৰ নাম উচ্চাৰণ কৰি বঙ্গদেশৰ অগণনৰ নাম উল্লেখ কৰি আনন্দ পায়। আনকি লক্ষ্মীনাথ বেজবৰুৱাকো অসমীয়া ভাষাত লিখা তেওঁলোকৰ ভিতৰৰে এজন কবি-সাহিত্যিক বুলি উল্লেখ কৰাৰ পটন্তৰো আছে। সেই প্ৰসঙ্গত বঙ্গদেশৰ ঊনবিংশ শতিকাৰ উজ্জ্বল তাৰকাৰাজিৰ



কথা কোৱাৰ লগতে আমাৰ ইয়াৰ আনন্দৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আদিৰ নাম পৰ্য্যন্ত উল্লেখ নকৰাত আমি অন্তৰত দুখ নোপোৱাকৈ থকা নাই

আৰু যে কিমানজনে কিমান অসমৰ খ্যাতনামা সাহিত্যিকক নানা কাৰণ দেখুৱাই বঙ্গদেশৰ বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰি আহিছে! আনকি এসময়ত অসমীয়া এটা সুকীয়া ভাষা নহয় বঙলা ভাষাৰহে অপভ্ৰংশ বুলি সাব্যস্ত কৰিবলৈকো কিছু লোকে চেষ্টা কৰিছিল। এই সকলোবে বিনিময়তো অসমীয়া ৰাইজে, অসমীয়া সাহিত্যিকে, অসমীয়া পণ্ডিতে কিন্তু তেওঁলোকৰ ৰাজ্যৰ কৃৰ্ত্তী পুৰুষ-সকলক যথেষ্ট শ্ৰদ্ধা দেখুৱাই আহিছে।

তাৰ পিছত আহিল ১৯৬০।৬১ চনৰ ভাষা আন্দোলন। সেই আন্দোলনতো আমাৰ কেবাজন লোকে প্ৰাণ দিবলগীয়া হ'ল। অসমত ভাষা আইনৰ সৃষ্টি হ'ল। কাছাৰ জিলাত জিলা পৰ্য্যায়ৰ কাম চলাবলৈ বঙলা ভাষাৰ ব্যৱস্থা কৰা হ'ল; কিন্তু ঠিক একে পৰ্য্যায়ৰ পশ্চিমবঙ্গৰ দাৰ্জ্জিলিং জিলাৰ কাৰণে কেৱল নেপালী নকৰি বঙলা আৰু নেপালী দুয়োটাকে জিলা পৰ্য্যায়ৰ ভাষা বোলা হ'ল। কাছাৰত জিলা পৰ্য্যায়ত বঙলা ভাষাৰ ব্যৱস্থা হলেও কাছাৰৰ কাৰণেও ৰাজ্য পৰ্য্যায়ৰ ভাষা অসমীয়াই থাকিল; কিন্তু দুৰ্ভাগ্যৰ কথা সেই ভাষা আইনৰ ব্যৱস্থা অনুসৰি ৰাজ্যভাষা অসমীয়াৰ অকল কাছাৰ জিলাতেই নহয় সমগ্ৰ অসমতে সম্পূৰ্ণৰূপে প্ৰয়োগৰ ব্যৱস্থা কৰা ন'হল। তাৰ ফলত ১৯৭২ চনতো আকৌ ৰাজ্যভাষা নাইবা আঞ্চলিক ভাষা লৈয়ে নাইবা অসমীয়া মাধ্যম লৈয়ে অসমত আন্দোলন কৰিবলগীয়া হ'ল।

এই সকলোবে গুৰি ক'ত তাক বিশ্লেষণ কৰিলে পোৱা যায় ইয়াৰ প্ৰধান কাৰণ হৈছে আমাৰ দুৰ্ব্বলতা আৰু তাৰ পৰা উদ্ভৱ হোৱা হীনমন্যতা। তাৰে সুবিধা লৈয়ে গুচৰৰ বঙ্গদেশৰ পৰা অহা কিছুমান লোকৰ উচ্চমন্যতা আৰু তাৰ ফলস্বৰূপ নানা

সময়ত নানা ষড়যন্ত্র। উনবিংশ শতিকাৰ বঙ্গদেশৰ উজ্জ্বল তাৰকা-সকলৰ আবির্ভাৱৰ কাৰণে কোনোৱে ঈৰ্ষা কৰা নাই, আমিও কৰা নাই, বৰং আমাৰ ভাৰতৰে গৌৰৱ বুলি ভাবো, সেইসকলক আমি পৰম শ্ৰদ্ধা কৰোঁ আৰু সেইসকলৰ সাহিত্যবাজিকো আমি শ্ৰদ্ধাৰে অধ্যয়ন কৰোঁ। তেওঁলোকৰ লিখা অনেক গ্ৰন্থ অসমীয়ালৈ অনুবাদো কৰিছোঁ। ভাষা-সাহিত্যৰ ক্ষেত্ৰত আমাৰ কোনো প্ৰকাৰৰ সঙ্কীৰ্ণতা নাই।

অসমীয়া মানুহৰ আতিথ্যপৰায়ণতা উচ্চ প্ৰশংসিত। সেই কাৰণেই বিভিন্ন সময়ত অহা অকল ভাৰতৰ বিভিন্ন ঠাইৰ লোকেই নহয়, পৃথিবীৰ বিভিন্ন স্থানৰ পৰা অহা লোকেও আমাৰ সৰলতা, উদাৰতা আৰু আতিথ্যপৰায়ণতাৰ প্ৰশংসা কৰি গৈছে। এনেকুৱা অসংখ্য লোক আমাৰ লগত সম্পূৰ্ণভাৱে মিলি গৈছে। দেশ বিভাজনৰ পিচত বাৰে বাৰে অসমে যিমানবোৰ ভগনীয়াক আশ্ৰয় দিছে, আন কোনো ৰাজ্যই সিমানক আশ্ৰয় দিছে বুলি কব নোৱাৰোঁ। অথচ বাসোপযোগী নাইবা খেতিৰ উপযোগী মাটি আমাৰ ইয়াত সিমান বেছি নাই। তাৰ প্ৰমাণ বৰ্ত্তমানে আমাৰ দেশৰ জনসংখ্যা অনুসৰি খেতি মাটি নাইবা বাসোপযোগী মাটিৰ পিনে লক্ষ্য কৰিলেই হয়। আমাৰ দেশত অৱসৰ বিনোদনৰ কাৰণে ৰখা খোলা ঠাই আৰু খেল-পথাৰ, ফল-ফুলনিৰ বাগিচাৰ অৱস্থাৰ পিনে চালেই হয়। এই ভগনীয়াসকলক আশ্ৰয় দি কত গোচৰণীয়া পথাৰ শেষ কৰা হ'ল তাৰ সীমা নাই। ফলত আজি অসমত গোপালনৰ কি কষ্ট হৈছে তাক সকলোৱে জানে। তদুপৰি আজি আমাৰ বড়ো কছাৰী ভাইসকলৰ আমাৰ ওপৰত অভিযোগ হৈছে যে তেওঁলোকৰ কাৰণে আদুতীয়াকৈ ৰখা মাটিবোৰ তেওঁ-লোকৰ পৰা কাঢ়ি নি ভগনীয়াসকলৰ মাজত বিতৰণ কৰা হৈছে আৰু এই ঠাইবোৰত ২০/২৫ হাজাৰ পৰ্য্যন্ত একে, ভাষাভাষী একে সম্প্ৰদায়ৰ লোকক একেলগে থাকিবৰ সুবিধা দিয়া হৈছে। এই



সকলৰ বহু লোক কৃষিজীৱী আৰু তেওঁলোকৰ বহুতে আমাৰ ভাষা-সাহিত্য সংস্কৃতিৰ লগত মিলি পৰিছে। সি ভাল কথা; কিন্তু ষড়যন্ত্ৰকাৰীসকলৰ কুচক্ৰান্তত এইবোৰ ঠাইতো বিদ্বেষ ভাবৰ সৃষ্টি হোৱাৰ ভয় নোহোৱা নহয়।

আটাইতকৈ ডাঙৰ কথা হৈছে যে সৰ্ব্বভাৰতীয় চাকৰিৰ কেন্দ্ৰবোৰত এই ৰাজ্যৰ প্ৰতি আনুগত্য নাইবা শ্ৰদ্ধা নথকা এক শ্ৰেণীৰ বহু সংখ্যক লোকক দীৰ্ঘদিন ব্যাপী অসমৰ একেঠাইতে থকাৰ অবাধ সুবিধা দিয়া হৈছে। সৰ্ব্বভাৰতীয় চাকৰি যেনে, ৰেল-জাহাজ, ডাক-তাঁৰৰ বিভাগ, জীৱন বীমা, বেঙ্ক আদিৰ চাকৰিৰ ক্ষেত্ৰত ভাৰতৰ সকলো ঠাইৰ লোকৰে চাকৰি পোৱাৰ অধিকাৰ আছে, কিন্তু ভাৰতৰ অইন কোনো ৰাজ্যত এইদৰে নিজ ৰাজ্যৰ বাহিৰৰ পৰা অহা একে ভাষা-ভাষী লোক একে ঠাইতে ইমান বেছিকৈ কলোনী (উপনিবেশ) পাতি থকাৰ দৃষ্টান্ত নাই। এই চাকৰিবোৰত আমাৰ ৰাজ্যতো অসমীয়া, বঙালী, উৰিয়া, বিহাৰী, হিন্দুস্থানী, পঞ্জাবী, মাৰাঠী, মাদ্ৰাজী নাইবা কেৰালাবাসী আদি লোকক এই চাকৰিবোৰত নিযুক্তি দিলে, আমাৰ কোনো কথা কবলগীয়া নাই; কিন্তু আজি কোকৰাঝাৰ, বঙাইগাওঁ, বৰপেটা ৰোড, পাণ্ডু, হোজাই, লামডিং, তিনিচুকীয়া, হাফলং প্ৰভৃতি ঠাইত এই চাকৰিয়ালবোৰৰ সংখ্যাৰ কথা কোনো-বাই ভাবি চাইছেনে? কাছাৰ জিলালৈ প্ৰত্যেকবাৰেই কিমান ভগনীয়াক আশ্ৰয় দিয়া হৈছে তালৈ কোনে লক্ষ্য কৰিছে? কাছাৰৰ থিলঞ্জীয়া অধিবাসীসকলে এই কথা স্পষ্টভাৱে কব পাৰে।

অসমে স্বাধীনতা হেৰুৱাই ইংৰাজৰ অধীন হোৱাৰ পিচৰে পৰা অৰ্থাৎ উনবিংশ শতিকাৰ তৃতীয় দশকৰ পৰায়ে এটাৰ পাছত এটাকৈ অসমৰ অস্তিত্ব লোপ কৰিবলৈ নানা চেষ্টা চলাই অহা হৈছে। ১৮৩৬ চনত ভাষা উচ্ছেদ সাধনৰ চেষ্টা, তাৰ পিচৰ

স্বাধীনতা লাভৰ পূৰ্ব্বক্ষণত গ্ৰুপিঙত পেলোৱাৰ মাৰাত্মক চেষ্টা। স্বাধীনতা লাভৰ পিচৰ ক্ষণতে পূৰ্ব্বাঞ্চল ৰাজ্য স্থাপনৰ চেষ্টা, ১৯৫৫/৫৬ চনত ভাষাৰ ভিত্তিত ৰাজ্য বিভাজন কৰাৰ সময়ৰ অপচেষ্টা, ১৯৬০/৬১ চনৰ ভাষা আইন কৰা সময়ৰ নানা চেষ্টা আৰু শেষত ১৯৭২ চনৰ মাধ্যম আন্দোলনৰ সময়ৰ নানা ষড়যন্ত্ৰ, এই সকলোবোৰৰে বীজ ক'ত আৰম্ভ হৈছিল সকলোৱে জানে। এই ৰাজ্যত অস্থায়ীভাৱে বসবাস কৰি, এই ৰাজ্যৰ প্ৰতি তিলাৰ্দ্ধমানো শ্ৰদ্ধা আনুগত্য নথকা লোকসকলৰ মাজতেই জানো আৰম্ভ হোৱা নাই? আৰু এই ক্ষেত্ৰত অসমৰ বাহিৰৰ পৰা যথেষ্ট ইন্ধন যোগোৱা জানো হোৱা নাই?

১৮২৬ চনৰ পাছত ইংৰাজ শাসকসকলৰ লগত অহা বঙালী চাকৰিয়ালসকলে দহ বছৰৰ ভিতৰতে ইংৰাজ শাসকসকলৰ কাণত মন্ত্ৰ জপি ১৮৩৬ চনত স্কুল আৰু আদালতৰ পৰা অসমীয়া ভাষা আঁতৰাইছিল যদিও ৩৬ বছৰৰ পাছত ১৮৭২ চনত আকৌ অসমীয়া ভাষা স্কুল, আদালতত প্ৰতিষ্ঠিত হ'ল। আমাৰ দেশপ্ৰাণ লোকসকলৰ আপ্ৰাণ্ড্ৰধীয়া যত্নৰ ফলত তেওঁলোকৰ মন্ত্ৰই গুণ নিদিলে। তাৰ পাছৰ পৰা স্বাধীনতা লাভ কৰাৰ কিছুদিনৰ পিচলৈকেই প্ৰায় ৭০।৮০ বছৰ কাল আমি শান্তিৰেই বসবাস কৰি আছিলোঁ। আমাৰ মাজত কোনো প্ৰকাৰৰ বিভেদৰো সৃষ্টি হোৱা নাছিল। হিন্দু-মুছলমান, অসমীয়া-বঙালী, উন্নত-অনুন্নত, পৰ্ব্বত-ভৈয়ামৰ লোক, অনুসূচিত জাতি ইত্যাদি কোনো বিভাজনেই নাছিল। আমাৰ ইয়ালৈ আহি স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱা সকলো লোকেই নিজৰ নিজৰ মাতৃভাষা সাহিত্য-সংস্কৃতিৰ চৰ্চ্চা কৰিলেও আমাৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ লগত যে তেওঁলোক মিলি গৈছিল— তাৰ ভূৰি ভূৰি পটন্তৰ আছে।

দেশ বিভাজনৰ পাছত বঙালী ভগনীয়াসকলৰ অকল যে অসমলৈকেই এনে নহয় বিহাৰ, উৰিষ্যা আদি ৰাজ্যলৈকো গৈছে।



কিন্তু সেই ৰাজ্যবোৰত আজি তেনে কোনো গোলমাল, অশান্তি, অপ্ৰীতিকৰ ঘটনা হব পৰা নাই। সেই ৰাজ্যৰ লোকে এই ভগনীয়া সমস্যা কি আৰু তাৰ ফল কি হব পাৰে সেই বিষয়ে তিক্ত অভিজ্ঞতা লাভো কৰা নাই, তেওঁলোকে এই বিষয়ে চিন্তাও কৰিব পৰা নাই, তেনে চিন্তাৰ আৰম্ভকো তেওঁলোকৰ হোৱা নাই।

আমাৰ সামান্য অভিজ্ঞতাৰে যি দেখিছোঁ, সেইবোৰ ৰাজ্যত এই তিক্ত অভিজ্ঞতাৰ লেশমাত্ৰও নাই, হবৰ স্থানো নাই। পাঞ্জাব আৰু বোম্বাইত সামান্য গোলমাল হব ধৰোতেই ভাষাৰ ভিত্তিত পাঞ্জাৱক ভাঙি পাঞ্জাব আৰু হাৰিয়ানা কৰা হ'ল আৰু বোম্বাই গুচাই মহাৰাষ্ট্ৰ আৰু গুজৰাট কৰা হ'ল। অসমত কিন্তু ভাষাৰ ভিত্তিত কোনো বিভাজন হোৱা নাই। যি বিভাজন হৈছে সি সম্পূৰ্ণ ৰাজনৈতিক কাৰণত অথবা ন্যস্ত স্বাৰ্থ সিদ্ধিৰ কাৰণত। আমাৰ অসমৰ সমস্যা সম্পূৰ্ণ পৃথক হৈ থাকিল। আমাৰ দুৰ্ব্বল নেতৃত্বৰ কাৰণে, আমাৰ দূৰদৃষ্টিহীনতাৰ কাৰণে আৰু হীনমন্যতাৰ কাৰণে আজি আমি এই অৱমাননা, লাঞ্ছনা ভোগ কৰি নিজৰ অস্তিত্বকেই কঁপাই তুলিছো আৰু আমাৰ এই দুৰ্ব্বলতা হীনমন্যতাৰ সুযোগ লৈয়েই আমাৰ প্ৰাচীন ঐতিহ্য, সভ্যতা-সংস্কৃতিক অৱমাননা কৰিবলৈ আৰু আমাক হেয় প্ৰতিপন্ন কৰিবলৈ ষড়যন্ত্ৰকাৰীসকলে সাহস পাইছে। আমাৰ প্ৰচাৰহীনতাৰ কাৰণে বাহিৰত নানা অপপ্ৰচাৰ কৰি অসমৰ নামত কলঙ্ক সানিছে।

আন এটা মন কৰিবলগীয়া কথা হৈছে যে এই ভগনীয়াসকল আন যি ৰাজ্যলৈ গৈছিল সেই ৰাজ্যৰ ৰাজ্যভাষা কি সেই কথা জানি শুনিয়েই তাৰ লগত মিলিজুলি থাকিম বুলিয়ে গৈছিল। অইন ৰাজ্যবোৰত মিলিজুলি গৈছেও নাইবা মিলিজুলি পৰিবলৈ বাধ্য হৈছে; কিন্তু অসমৰ বেলিকা কিয় তাৰ অন্যথা হবলৈ পালে—এই চুক্তি ভঙ্গ হ'ল কেনেকৈ? নিজৰ ঘৰতে এতিয়া আমি লোকৰ আলহি হব লাগিবনে কি?

অসমে কোনোদিন, কোনো কেন্দ্ৰীয় নীতিৰ বিৰোধিতা কৰা নাই, ভাষা আৰু মাধ্যমৰ ক্ষেত্ৰতো কৰা নাই। অসমৰ ৰাজ্যভাষা অসমীয়া—অসমৰ আঞ্চলিক ভাষা অসমীয়া, ইও কেন্দ্ৰীয় নীতি। ৰাজ্যভাষাৰ যোগেৰে চৰকাৰী কামকাজ কৰিব লাগে আৰু আঞ্চলিক ভাষাৰ যোগেৰে অন্ততঃ বিশ্ববিদ্যালয়ৰ শিক্ষা চলিব লাগে—ইও কেন্দ্ৰীয় নীতি। অনেক ঠাইত কিন্তু যেনে, বিহাৰ আৰু উৰিষ্যাত মাধ্যমিক স্কুলতো, উৰিষ্যাত আনকি প্ৰাথমিক স্কুলৰে পৰা বিশ্ব-বিদ্যালয়লৈকে উৰিয়া ভাষাৰ মাধ্যমেৰে শিক্ষা কাৰ্য্য চলে। আমি অসমীয়া লোক অতি উদাৰ, সহানুভূতিশীল, নীতিপৰায়ণ, পৰহিতৈষী ; সেই কাৰণেই প্ৰাথমিক স্তৰত কিয় মাধ্যমিক স্তৰতো বহিৰাগত-সকলক নিজ নিজ মাতৃভাষাৰ মাধ্যমেৰে পঢ়াৰ সুযোগ দিছে। ইয়াতেই অসংহতিৰ বীজ ৰোপিত হৈছে। মাধ্যম আৰু ভাষা-সাহিত্য সম্পূৰ্ণ বেলেগ বস্তু। ব্যৱহাৰিক ভাষাজ্ঞান লাভ কৰিয়েই সেই ভাষা মাধ্যমেৰে উচ্চ শিক্ষা লাভ কৰিব পাৰি এই কথা সকলো ঠাইতে চলি আছে ; কিন্তু সাহিত্য-সংস্কৃতি বেলেগ বস্তু। সি ইমান সহজ-সাধ্য নহয়। ইংৰাজী ভাষাৰ ব্যৱহাৰিক জ্ঞান লাভ কৰিয়ে, ইংৰাজী সাহিত্য নজনাকৈ ইংৰাজী মাধ্যমেৰে সকলোৱে বিশ্ববিদ্যালয়ৰ কিয় নানা বিষয়ক গৱেষণা কাৰ্য্য পৰ্য্যন্ত কোনো অসুবিধা নোহোৱাকৈ চলাই আছে। তেনেহ'লে অসমীয়া ভাষাৰ ব্যৱহাৰিক জ্ঞান লাভ কৰি—অসমত থকা লোকসকলে ব্যৱসায়-বাণিজ্য, চাকৰি-পাতি যদি কৰিব পাৰে—মাধ্যমিক স্তৰত সেই ভাষাৰ আৱশ্যকীয় প্ৰস্তুতি লাভ কৰি বিশ্ববিদ্যালয়ত সেই অসমীয়া ভাষাৰ মাধ্যমেৰে অধ্যয়ন-অধ্যাপনা কৰিব নোৱৰাৰ কি যুক্তি থাকিব পাৰে? আমি কাৰো সাহিত্য-সংস্কৃতিৰ ওপৰত হাত দিব খোজা নাই—কাকো ইয়াৰ পৰা খেদিও দিব খোজা নাই, কোনো সংখ্যালঘুৰ অধিকাৰৰ পৰা বঞ্চিত কৰিব খোজা নাই, বৰং সেইসকলক আমি আমাৰ ৰাজ্যতে সকলো ৰাজ্যতকৈ বেছি সুবিধা দিছোঁ। উপাধি শ্ৰেণীলৈ কিয়



স্নাতকোত্তৰ শ্ৰেণীলৈ তেওঁলোকৰ ভাষা-সাহিত্যৰ অধ্যয়ন-অধ্যাপনাৰ ব্যৱস্থা আমাৰ বিশ্ববিদ্যালয়ে কৰিছে—বঙলা আৰু হিন্দী দুয়ো ভাষাৰে। সেই ভাষা-সাহিত্যৰ গৱেষণা কাৰ্য্য পৰ্য্যন্ত কৰিবলৈ দিয়া হৈছে, চাকৰি, ব্যৱসায়-বাণিজ্য, সামাজিক মৰ্য্যদা সকলোকে দিয়া হৈছে ; কিন্তু এই অসম ৰাজ্যতে থাকি ইয়াৰ হাৱা-পানী খাছেৰে পৰিপুষ্ট হৈ ইয়াৰ প্ৰতি শ্ৰদ্ধা আনুগত্য নোহোৱাকৈ ইয়াত থকাৰ কাৰো অধিকাৰ নাই তাকেহে কৈছোঁ। সৌভাগ্যৰ কাৰণেই হওক বা দুৰ্ভাগ্যৰ কাৰণেই হওক ইয়ালৈ যি সকল আহিছে তেওঁলোক আমাৰ লগত মিলিজুলি থাকিবই লাগিব—নহলে তেওঁলোকৰো মঙ্গল নাই, আমাৰো মঙ্গল নাই।

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা অসমীয়া কৰা সম্পৰ্কে যোৱা কেইমাহমান আমাৰ ৰাজ্যত আন্দোলন হবলগীয়া হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৬ জুনৰ (১৯৭২) শিক্ষাপৰিষদৰ সিদ্ধান্তত সন্তুষ্ট হব নোৱাৰি অসমৰ ছাত্ৰসকলে আন্দোলন আৰম্ভ কৰিলে। ১২ জুনত উক্ত পৰিষদে লোৱা অনধিক দহবছৰৰ কাৰণে ইংৰাজীক বিকল্প মাধ্যম ৰাখি বিশ্ব-বিদ্যালয়ৰ শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হব, এই সুচিন্তিত সিদ্ধান্তত অসমৰ ছাত্ৰ সন্থাও সন্তুষ্ট হ'ল, অসমৰ ৰাইজো সন্তুষ্ট হ'ল, ডিব্ৰুগড় বিশ্ববিদ্যালয়েও তদনুৰূপ সিদ্ধান্ত ললে। দুয়ো বিশ্ববিদ্যালয়ে এই সিদ্ধান্ত কাৰ্য্যত পৰিণত কৰাৰ আৰম্ভ কৰিবলৈ নৌপাওঁতেই ইয়াৰ বিৰোধিতা কৰি কাছাৰৰ কেইখনমান মহাবিদ্যালয়ে আৰু পিচত ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰাও কেইখন-মান বিদ্যালয়ৰ কৰ্তৃপক্ষ, ছাত্ৰ নাইবা অভিভাৱকে উচ্চ ন্যায়ালয়ত গোচৰ দাখিল কৰিলে। ইয়াৰ প্ৰতিবাদ কৰি অসমৰ ছাত্ৰ সন্থাই আৰম্ভ কৰা আন্দোলনত অসমৰ জনতাই পূৰ্ণ সমৰ্থন জনাই আন্দোলনত জপিয়াই পৰিল। এই আন্দোলন বন্ধ কৰিবলৈ অসম বিধান সভাই কাছাৰত এটা সুকীয়া বিশ্ববিদ্যালয় দি অসমক দ্বিভাষী ৰাজ্যত

পৰিণত কৰিব খোজা মাৰাত্মক প্ৰস্তাৱ ললে। আন্দোলন দ্বিগুণে বাঢ়িল। অসমৰ জনতা জিকাৰ খাই উঠি দৃঢ়কণ্ঠে, একমুখে, বজ্ৰনিনাদে কৈ উঠিল "আমি অসমক দ্বিভাষী ৰাজ্যত পৰিণত কৰিবলৈ কোনোমতে নিদিওঁ—বিধান সভাৰ ২৩ চেপ্তেম্বৰৰ প্ৰস্তাৱ উঠাই লবই লাগিব।" অসমৰ ছাত্ৰ সমাজে জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীৰ প্ৰদৰ্শিত অহিংস নীতি মানি, অতি শৃঙ্খলাবদ্ধভাৱে, গণতান্ত্ৰিক পদ্ধতিৰে যি অভূতপূৰ্ব্ব আন্দোলন চলালে, কুচক্ৰান্তকাৰীসকলৰ সকলো ষড়যন্ত্ৰতো অচল-অটল হৈ থাকি নেতৃত্ব দিলে, তাৰ কাৰণে অসমৰ ছাত্ৰ সমাজে সকলোৰে উচ্চ প্ৰশংসা লাভ কৰিলে। এই আন্দোলনত কোমল বয়সীয়া মোজাম্মিল, অমিল, প্ৰমোদ, বলেনে দুৰ্বৃত্তৰ হাতত আৰু শিক্ষক নবেন মহন্তই পুলিচৰ গুলীত প্ৰাণ বলি দিলে। তেওঁলোকে ভাষা জননীৰ বেদীত প্ৰাণ বলিদান কৰি নশ্বৰ দেহ পৰিত্যাগ কৰিলে সঁচা; কিন্তু তেওঁলোক অমৰ হৈ গ'ল। তেওঁলোকৰ করুণ স্মৃতি আজি অসমৰ প্ৰতিলোকৰ অন্তৰতে জাগৰুক। তেওঁলোকৰ স্বৰ্গগত আত্মাই প্ৰেৰণা দি জনতাক জাগ্ৰত কৰিলে আৰু এনে শক্তি দিলে, যি শক্তিৰে নিজৰ প্ৰাণ বলিদান কৰিও চিৰ চেনেহী ভাষা জননীৰ সন্মান ৰক্ষা কৰিবলৈ অসমবাসী সমৰ্থ হব। ১৯৬০ চনৰ ভাষা আন্দোলনতো ৰঞ্জিত বৰপূজাৰী, সূৰ্য্য বৰা আদি আৰু কাছাৰতো ১১ জনে প্ৰাণ বলি দিছিল। এই প্ৰসঙ্গতে আমি এই সকলোৰে স্বৰ্গগত আত্মাৰ শান্তি কামনা কৰিলো।

এই আন্দোলন বন্ধ কৰিবলৈ আমাৰ ৰাজ্য চৰকাৰেও চেষ্টা কৰিলে আৰু কেবাজনো কেন্দ্ৰীয় নেতাও আহিল; কিন্তু জনতা দৃঢ়প্ৰতিজ্ঞ হৈ থাকিল। শেষত ১১ নবেম্বৰত (১৯৭২ চনত) অসমৰ মুখ্যমন্ত্ৰীয়ে প্ৰেছ বিজ্ঞপ্তি যোগে ঘোষণা কৰিলে যে বিশ্ববিদ্যালয়ৰ মাধ্যম সংক্ৰান্তত গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ওপৰত কোনো প্ৰকাৰৰ হস্তক্ষেপ কৰা নহয়, সমগ্ৰ



অসম ৰাজ্যতে যিসকলৰ মাতৃভাষা অসমীয়া নহয় সেইসকলৰ কাৰণে মাধ্যমিক স্কুলত বাধ্যতামূলক হিচাবে অসমীয়া ভাষা শিকোৱা হব আৰু ২৩ চেপ্তেম্বৰৰ বিধান সভাৰ প্ৰস্তাৱ পৰৱৰ্ত্তী অধিবেশনত উত্থাপিত কৰা হব। এই ঘোষণাত অসমৰ সকলো লোকে সমৰ্থন জনালে—অসম ছাত্ৰ সন্থাইও সমৰ্থন জনাই সাময়িকভাৱে আন্দোলন স্থগিত কৰিলে। ইতিমধ্যে কাছাৰ জিলাৰো কছাৰী, মণিপুৰী, হিন্দুস্থানী, মুছলমান আৰু চাহ বাগিচাৰ বনুৱাকে ধৰি বৃহৎসংখ্যক খিলঞ্জীয়া লোকে অসমৰ মুখ্যমন্ত্ৰীৰ এই ঘোষণাক সমৰ্থন কৰিছে; কিন্তু কাছাৰৰ উগ্ৰপন্থী বঙালী সম্প্ৰসাৰণবাদী কিছু লোকে কাছাৰ সংগ্ৰাম পৰিষদ পাতি নানা গোলমালৰ সৃষ্টি কৰিছে আৰু দিল্লীলৈ সঁজাতী দল পঠিয়াই নানা অপপ্ৰচাৰৰ চক্ৰান্ত কৰিছে। ফলত শাস্ত্ৰীসূত্ৰ, ত্ৰিভাষীসূত্ৰ আদিৰ ভিত্তিত শান্তিপূৰ্ণ পৰিবেশত ব্ৰহ্মপুত্ৰ উপত্যকা আৰু কাছাৰ উভয়ৰ গ্ৰহণযোগ্য সূত্ৰৰ কাৰণে পুনৰালোচনাৰো ইঙ্গিত কেন্দ্ৰীয় চৰকাৰে দিছে। আমাৰ মুখ্যমন্ত্ৰীয়েও ধনৰ অভাৱ, প্ৰস্তুতিৰ অভাৱ আৰু শিক্ষক প্ৰশিক্ষণ আদি অসুবিধা দেখুৱাই কেতিয়াৰ পৰা মাধ্যমিক স্কুলত বাধ্যতামূলক অসমীয়া প্ৰচলন কৰা হব সেই দিন স্থিৰ হোৱা নাই বুলি কবলৈ বিচাৰিছে। অৱশ্যে চৰকাৰে প্ৰেছ বিজ্ঞপ্তি যোগে চৰকাৰৰ নীতি স্থিৰ আছে আৰু কেৱল ওপৰৰ কথাবিলাকৰ কাৰণে প্ৰয়োগৰ দিন স্থিৰ হোৱা নাই বুলি কৈছে।

ইয়ে কাছাৰ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া বিদ্বেষীসকলক উৎসাহ দি অসমীয়াৰ লগতে বঙলাকো সমান মৰ্য্যাদা দিবলৈ কৰা আন্দোলনক সহায় কৰিব। কাছাৰৰ খিলঞ্জীয়া লোকসকলৰ দাবীও চৰকাৰে প্ৰত্যাখ্যান কৰিব নোৱাৰে। খিলঞ্জীয়া লোকৰ ভিতৰত মুছলমান, মণিপুৰী, হিন্দুস্থানী, কছাৰী, বৰ্ম্মন, চাহমজদুৰ প্ৰভৃতি লগ লাগি কমেও মুঠ জনসংখ্যাৰ তিনিচতুৰ্থাংশ হব।

এক চতুৰ্থাংশ বঙালীপ্ৰেমী লোক হব পাৰে। বঙালী সম্প্ৰসাৰণ-বাদী এই একচতুৰ্থাংশ লোক আৰ্থিক, বৌদ্ধিক আৰু ৰাজনৈতিক সকলো ক্ষেত্ৰতে আগবঢ়া কাৰণে খিলঞ্জীয়া অসমীয়াপ্ৰেমী তিনি-চতুৰ্থাংশ লোকক সকলোফালৰপৰা দমন কৰি ৰাখিছে, মূৰ দাঙিবলৈ দিয়া নাই। এওঁলোকৰ হাতত ক্ষমতা নাই কাৰণে কাছাৰৰ প্ৰকৃত অৱস্থা বাহিৰত প্ৰচাৰ কৰিব পৰা নাছিল। এইবাৰ কিন্তু কাছাৰৰ খিলঞ্জীয়া জনতাও জাগ্ৰত হৈ উঠিছে। তাৰ প্ৰমাণ, বঙালীপ্ৰেমী-সকলে যেতিয়া কাছাৰত অসমীয়াৰ বিৰোধিতা কৰি বঙালী ভাষাৰ সমান মৰ্য্যাদা লাভ কৰাৰৰ চেষ্টা কৰি অসমক দ্বিভাষী ৰাজ্যত পৰিণত কৰাৰৰ কাৰণে কাছাৰ সংগ্ৰাম পৰিষদ পাতি আন্দোলন কৰিছে—নগৰ কেইখনত তেতিয়া গাওঁবাসী খিলঞ্জীয়া লোকসকলেও 'কাছাৰ শান্তি পৰিষদ' পাতি, নানা সভা-সমিতি কৰি তেওঁলোকৰ দাবীৰ কথা জনাবলৈ সাহস কৰিছে। অসম চৰকাৰ আৰু সাহিত্য সভাৰ ওচৰলৈ নানা সঁজাতী দল আহি তেওঁলোকৰ দাবী জনাই কৈছে যে মুখ্য মন্ত্ৰী সিংহ ডাঙৰীয়াৰ ১১ নবেম্বৰৰ বিজ্ঞপ্তিক তেওঁলোকে পূৰ্ণ সমৰ্থন কৰিছে—মাধ্যমিক স্কুলত অসমীয়া বাধ্যতামূলক ভাষা হিচাবে পঢ়াব খুজিছে, তাৰ কাৰণে শিক্ষক বিচাৰিছে, বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া লব খুজিছে আৰু তেওঁলোকে অসমীয়া বুলি পৰি-চয় দি চিৰদিন অসমত অসমীয়া হৈ থাকিবলৈ বিচাৰিছে, ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোকৰ ওচৰত তেওঁলোকৰ দাবী পূৰণৰ কাৰণে সকলো প্ৰকাৰৰ সহায় বিচাৰিছে আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোকেও তেওঁ-লোকক আঁকোৱালি লৈ সকলোপ্ৰকাৰে সহায় কৰিবলৈ গাত লৈছে। গতিকে ৰাজ্য চৰকাৰ তথা কেন্দ্ৰীয় চৰকাৰে কাছাৰৰ সংখ্যালঘুৰ কথা চিন্তা কৰোঁতে, এই খিলঞ্জীয়া লোকসকলৰ কথাও নিশ্চয় চিন্তা কৰিবই লাগিব। শাস্ত্ৰীসূত্ৰই হওক নাইবা ত্ৰিভাষী-সূত্ৰই হওক কোন ৰাজ্যত প্ৰকৃতৰূপে কি সূত্ৰ কাৰ্য্যত প্ৰয়োগ কৰা হৈছে সিও বিশ্লেষণ কৰি চাবলগীয়া বিষয়। এই সূত্ৰ



হিন্দীভাষী ঠাইৰ বাহিৰে অইন ঠাইত প্ৰকৃতৰূপে প্ৰযোজ্য নহয়।

সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰীয় ভাষা এটা নথকাটো ভাৰতৰ কাৰণে যেনে গৌৰৱৰ কথা নহয়, তেনেকৈ প্ৰত্যেক ৰাজ্যৰ স্বকীয়া সুষ্ঠ ৰাজ্যভাষা নথকাটোও গৌৰৱৰ কথা নহয়। এই কথা ৰাজ্যত স্থায়ী-ভাৱে বসবাস কৰি থকা প্ৰতিজন নাগৰিকেই অনুভৱ কৰিব লাগিব। নীতিগতভাৱে হিন্দী ভাৰতৰ ৰাষ্ট্ৰভাষা বুলি কোৱা নাই যদিও কাৰ্য্যতঃ সি ৰাষ্ট্ৰভাষাই হৈছে। হিন্দীভাষী লৰা-ছোৱালীবিলাকৰ কাৰণে ইয়াত কিছু বেছি সুবিধা হৈছে নিশ্চয় - ত্ৰিভাষীসূত্ৰ প্ৰয়োগ কৰাতো অসুবিধা নাই; কিন্তু যাৰ মাতৃভাষা হিন্দী নহয় সেইসকলৰ কিছু অসুবিধা হৈছে, হলেও সেইসকলৰ নিজৰ সুবিধাৰ কাৰণেই ত্ৰিভাষী নহৈ চতুঃভাষী, পঞ্চভাষীসূত্ৰ কৰিব লাগিলেও হিন্দী পঢ়িবই লাগিব। ঠিক সেইদৰে অসমত স্থায়ীভাৱে বসবাস কৰি থকা লোকসকলেও যি ভাষী সূত্ৰই হওক লাগিলে অসমত আঞ্চলিক নাইবা ৰাজ্যভাষা অসমীয়া পঢ়িবই লাগিব। ইয়ে ৰাজ্য-খনৰ প্ৰতি তেওঁলোকৰ আনুগত্য প্ৰকাশ কৰিব আৰু ই তেওঁলোকৰ কাৰণে সকলো ক্ষেত্ৰতে মঙ্গলদায়ক হব। অইন ৰাজ্যত এই ব্যৱস্থা হৈছে, অসমতো ইয়াৰ কোনো বৈকল্পিক ব্যৱস্থা হব নোৱাৰে, সি খাটাং সিদ্ধান্ত। এই সিদ্ধান্ত অসম চৰকাৰৰো আৰু অসমৰ ৰাইজৰো। ইংৰাজী শিকি ইংৰাজী মাধ্যমেৰে উচ্চ শিক্ষা লাভ কৰিব পাৰে; কিন্তু অসমীয়া শিকি তাৰ মাধ্যমেৰে উচ্চ শিক্ষা লাভ কৰিব নোৱাৰে ই এক যুক্তিহীন জেদ নাইবা উচ্চমন্যতাৰ বাহিৰে একো নহয়।

বিশ্ববিদ্যালয়ৰ মাধ্যম হোৱাৰ লগে লগেই আমাৰ বিশ্ব বিদ্যালয়ে অসমীয়া ভাষাৰ যোগেৰে সম্ভৱস্থলত বিভিন্ন বিষয়ৰ গৱেষণা কাৰ্য্য চলোৱা আৰু 'গৱেষণা গ্ৰন্থ' (থেচিচ) অসমীয়া ভাষাৰে প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিব লাগে। সৰ্ব্বভাৰতীয় পৰীক্ষাবোৰতো অসমীয়া ভাষাৰ যোগেও পৰীক্ষা লোৱাৰ ব্যৱস্থা

অনতিপলমে হব লাগে। এই কথা সকলো শিক্ষাবিদেই স্বীকাৰ কৰিছে যে বিদেশী ভাষা এটাৰ মাধ্যমেৰে পঢ়ি কোনো বিষয়ৰ সম্যক জ্ঞান লাভ কৰা যেনে কঠিন, মাতৃভাষা নাইবা আঞ্চলিক ভাষাৰ মাধ্যমেৰে তেনে কঠিন নহয় আৰু তাকে সম্পূৰ্ণৰূপে কাৰ্য্যত পৰিণত নকৰালৈকে মাতৃভাষা নাইবা আঞ্চলিক ভাষা-বোৰৰ সম্যক উন্নতি সাধনো হব নোৱাৰে। এই ক্ষেত্ৰত আমাৰ দেশত অনেক ইংৰাজীপ্ৰেমী লোক বেছ ৰক্ষণশীল আৰু ইংৰাজী মাধ্যম এৰি দিলেই আমাৰ সৰ্ব্বনাশ সাধন হব বুলি এক অদ্ভুত ভ্ৰান্ত ধাৰণা তেওঁলোকৰ অন্তৰৰ পৰা যোৱা নাই, আনকি মাধ্যম আৰু ভাষা-সাহিত্য যে দুটা সম্পূৰ্ণ বেলেগ বিষয় সেই কথাও পাহৰি গৈছে। এই ইংৰাজী প্ৰীতিয়ে আমাৰ যথেষ্ট অন্যায় সাধন কৰিছে— অনেক ক্ষেত্ৰত আমাক অন্ধ কৰি পেলাইছে। আমাৰ ৰাজ্যত ই আকৌ দৃঢ় ৰূপহে ধাৰণ কৰিছে আৰু ইয়ে আজি আমাৰ মাজত বিভেদ সৃষ্টি কৰাতো প্ৰধান সহায় হৈছে। অৱশ্যে ইংৰাজী ভাষা হিচাবে পঢ়িবলৈ কোনোৱে বাধা দিয়া নাই বৰং উৎসাহ দিছে, আমিও উৎসাহ দিছো। ভাৰততে নহয় বাহিৰৰ দেশবোৰেও তাকেই কৰিছে—তাৰ পৰা তেওঁলোকৰ সৰ্ব্বনাশ নিশ্চয় হোৱা নাই—বৰং দিনকদিনে বেছি উন্নতিৰ শিখৰতহে উঠিছে।

আমাৰ পাহাৰ আৰু ভৈয়ামৰ ভাইসকলৰ মাজতো ষড়যন্ত্ৰকাৰী-সকলে নানা বিভেদ আৰু বিদ্বেষৰ ভাব সুমাই দিবলৈ চেষ্টা কৰিছে। কোনো কোনো ক্ষেত্ৰত কিছুদূৰ কৃতকাৰ্য্যও হৈছে; কিন্তু আমাৰ এই অতি আপোন ভাইসকলক স্পষ্টভাৱে কওঁ যে তেওঁ-লোকৰ উপভাষা আৰু সংস্কৃতিক আমি আদৰ কৰোঁ, তেওঁলোকৰ কথ্যভাষাৰ পৰা অনেক শব্দ আৰু খণ্ডবাক্য আদি আমাৰ ভাষাত ব্যৱহাৰ কৰোঁ। উপযুক্ত ভাবপ্ৰকাশক অধিক শব্দ, খণ্ডবাক্য, প্ৰবচন বাক্য গ্ৰহণ কৰিবলৈ আমি সাজু আছোঁ আৰু তেওঁ-লোকৰ ভাষাক উপযুক্ত কৰি তোলাত নাইবা উন্নতৰ কৰি



তোলাত যি পাৰো অবিহণা যোগাবলৈকো সাজু আছোঁ। আমি যি সকলে আবহমানকালৰে পৰা একে ঘৰ, একে ভাই হিচাবে বসবাস কৰি আছো সেইসকল যদি পৰ হয়, তেনেহলে অইন কোন আপোন হব পাৰে? আশা কৰো এই ভুল বুজাবুজি আঁতৰাই আমি সকলোৱে মিলিজুলি থাকি উন্নতিৰ পথত আগুৱাই যাব পাৰিম।

গ্ৰিয়াৰ্চন, গেইট, ওৱাদিয়া প্ৰভৃতি ঐতিহাসিক পণ্ডিতসকলে তেওঁলোকৰ সাধনালব্ধ চিন্তাশীল লিখিত বিবৰণিসমূহৰে আমাৰ যথেষ্ট উপকাৰ সাধন কৰি গৈছে, তাত অকণো সন্দেহ নাই; কিন্তু উদ্দেশ্যধৰ্ম্মী খৃষ্টান ধৰ্ম্মপ্ৰচাৰকসকলে নানা সুবিধা দি খৃষ্টধৰ্ম্মলৈ পৰিৱৰ্ত্তিত কৰা লোকসকলৰ মাজত অসমীয়াৰ প্ৰতি বিদ্বেষ ভাবৰ সৃষ্টি যে কৰিছে সি নিশ্চিত কথা। তাৰ কাৰণেও আমাৰ সজাগ হবৰ হৈছে। অভিধান, ব্যাকৰণ, আলোচনী উলিয়াই প্ৰথমে অৱশ্যে অসমীয়া জাতিৰ উপকাৰ কৰিছিল যদিও, তেওঁলোকৰ প্ৰধান আৰু দূৰদৰ্শী চিন্তা আছিল—এই ভাষাৰ মাধ্যমেৰে খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰাহে। ব্ৰঞ্চন আদিৰ মিছনাৰীসকলৰ কথা অলপ স্বকীয়া আছিল; কিন্তু দেখা যায়, বৰ্ত্তমানে ভালেমান মিছনাৰীয়ে নিৰীহ অসমীয়া অনেক লোকক নানা প্ৰলোভন দেখুৱাই ধৰ্ম্মান্তৰ কৰাৰ উপৰিও অসমীয়া ভাষাৰ প্ৰতিও তেওঁলোকৰ মাজত বিদ্বেষ ভাবৰ সৃষ্টি কৰিছে। সামাজিক আৰু ৰাজনৈতিক দুই-এক দুৰ্ব্বলতাৰ আশ্ৰয় কৰিয়ে স্বাৰ্থান্বেষী ষড়যন্ত্ৰকাৰীসকলে সংখ্যালঘুৰ নামত আমাৰ অতি আপোন কোনো কোনো বড়ো-কছাৰী, ডিমাছা ভাইৰ মনত আমাৰ প্ৰতি বিদ্বেষ ভাবৰ সৃষ্টি কৰিবলৈ যত্ন কৰিছে—ই অতি পৰিতাপৰ কথা। এই ভাইসকলৰ যদি কিবা অভিযোগ আছে, সেই অভিযোগ অসমৰ সাধাৰণ জনতাৰ অভিযোগ, অকল তেওঁলোকৰেই নহয়। আমি ভাবো, আমাৰ ঘনিষ্ঠ যোগাযোগৰ দ্বাৰা, ভাবৰ আদান-প্ৰদানৰ দ্বাৰা, সেই ভুল বুজাবুজি দূৰ কৰি আমাৰ সকলোৱে সহযোগত তেওঁলোকৰ

নিজা নিজা ভাষা-সংস্কৃতিৰ উন্নতি সাধন কৰাৰ লগতে, তেওঁলোকৰ ন্যায্য অভিযোগ পূৰণ কৰি আমি আমাৰ সংহতি ৰক্ষা কৰিব পাৰিম

নানা ব্যৱসায়-বাণিজ্য আৰু চাকৰি-বাকৰি কৰি অসমত স্থায়ী হিচাবে বসবাস কৰি থকা, বঙালী লোকৰ বহুতেও আমাৰ বিৰোধিতা কৰা নাই। কৃষিজীৱী গাৱঁলীয়া অঞ্চলত বসবাস কৰি থকা অসংখ্য বঙালী লোক সম্পূৰ্ণ অসমীয়া হৈ পৰিছে। তেওঁলোকে প্ৰাথমিক স্কুলৰ পৰা আৰম্ভ কৰি সকলো স্তৰতে অসমীয়া মাধ্যমেৰে লৰা-ছোৱালীক শিক্ষা দিছে। পৰম শান্তিৰে বসবাস কৰি আছে। এই প্ৰসঙ্গত অসমত স্থায়ীভাৱে বসবাস কৰি থকা বহুতো বঙালী লোকৰ লগত আমি আলাপ-আলোচনা কৰিছিলো আৰু সেইসকলে আমাৰ মতৰ লগত মত মিলাই কৈছিল যে "আমি অসমতে স্থায়ীভাৱে বসবাস কৰিছোঁ যেতিয়া, অসমৰ খিলঞ্জীয়া লোকৰ লগত মিলিজুলি থাকিবলৈহে আমি ইচ্ছা কৰো আৰু অসমীয়া মাধ্যমেৰে লৰা-ছোৱালীক পঢ়ুৱাৰ কাৰণেও আমাৰ কোনো আপত্তি নাই, কেৱল অলপ প্ৰস্তুতিৰ সময় লাগে, মাধ্যমিক স্তৰৰে পৰা সেই প্ৰস্তুতি আৰম্ভ কৰিব লাগে।"—গতিকে সেইসকল লোকৰ লৰা-ছোৱালীক মাধ্যমিক স্তৰৰে পৰা অসমীয়া পঢ়াৰ সুবিধা দিলে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া কৰাত তেওঁলোকে কোনো আপত্তি নিশ্চয় নকৰে। মাতৃভাষা বঙলা হোৱা সত্বেও ডঃ যোগীৰাজ বসু ডাঙৰীয়াই 'বেদৰ পৰিচয়'ৰ নিচিনা সুন্দৰ কিতাপ প্ৰাঞ্জল অসমীয়া ভাষাৰে লিখিছে আৰু অসম প্ৰকাশন পৰিষদে তাক প্ৰকাশ কৰিছে। অসমত অসংখ্য বঙালী লোকে অসমীয়া ভাষা শিকিছে, অসমীয়া মাধ্যমেৰে পঢ়িছে, চৰ্চ্চা কৰিছে, অসমীয়া ভাষাৰে সভা-সমিতিত বক্তৃতা দিছে, অসম সাহিত্য সভাৰ সক্ৰিয় সভ্য হৈ ইয়াৰ উন্নতিকল্পে যত্ন কৰিছে। কেৱল কাছাৰৰ প্ৰব্ৰজনকাৰী লোকসকলে আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ 'ক'লনী' কৰি থকা অসমৰ প্ৰতি অকণো শ্ৰদ্ধা-ভক্তি আনুগত্য নথকা স্বাৰ্থান্বেষী এক শ্ৰেণী লোকৰ ষড়যন্ত্ৰ আৰু অপচেষ্টাৰ ফল-



তেই আজি আমাৰ এই দুৰ্ঘোৰ অশান্তিৰ সৃষ্টি হৈছে আৰু সিয়ে অসমত থকা নিৰপৰাধ আৰু শান্তিকামী বঙালীলোকসকলৰ নামতো কলঙ্ক সানিছে, আমাৰ মাজত বিভেদ আৰু বিদ্বেষৰ বীজ সিঁচিছে।

সকলো কথাৰ গুৰিৰে পৰা ঐতিহ্য এটা সৃষ্টি কৰিব নোৱাৰিলে পিছত তাক সলনি কৰা টান হৈ পৰে। স্বৰাজোত্তৰ কালৰ আৰম্ভণিৰে পৰা আৰু ভাষাৰ ভিত্তিত দেশ গঠনৰ সময়ৰে পৰা আমি সাহসেৰে সৈতে সকলো সিদ্ধান্ত কৰিব নোৱাৰা কাৰণেই আমাৰ আজি এই অৱস্থা হৈছে। অসম ৰাজ্যৰ ভিতৰত বাস কৰা লোকক অসমীয়া ভাষা কৰলৈ কলেও আমি সঙ্কীৰ্ণমনা, জাতীয়তাবাদী বুলি আখ্যা পাওঁ, আমাৰ ৰাজ্যৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিবৰৈ কলে নাইবা আমাৰ ৰাজ্যৰ সমৃদ্ধিৰ কাৰণে চিন্তা কৰিবলৈ কলেও আমি স্বাৰ্থপৰ হওঁ, অথচ ভাৰতৰ অইন অইন ৰাজ্যবোৰত গুৰিৰে পৰা সাহসিকতাৰে সৈতে সিদ্ধান্তবোৰ কৰি যোৱা কাৰণে ঠিক এনেৰূপে কাম কৰিও তেনে অপযশ লাভ কৰা নাই; কিন্তু অতি বিস্ময়ৰ কথা যে সেই ৰাজ্যৰ পৰা অহা লোকেই আমাক সঙ্কীৰ্ণমনা বুলি বিৰূপ সমালোচনা কৰে। ভাৰতৰ অন্যান্য দেশৰ ডাঙৰ নেতাসকল আহি যেতিয়া ইয়াত বসবাস কৰি থকা সকলো লোকৰেই নিজ নিজ মাতৃভাষাৰ যোগেৰে পঢ়িবৰ অধিকাৰ থকা বুলি কয়, তেতিয়া তেওঁলোকৰ নিজ নিজ ৰাজ্যত তেওঁলোকে সেই কথা কি দৰে সমাধা কৰিছে তাকেই বা ভাবি নাচায় কিয় আমি বুজি নাপাওঁ।—উদাৰতাৰ পৰামৰ্শ দিওঁতে নিজে সেই উদাৰতাৰ কাম কৰিছে নে নাই তাকো এবাৰ ভাবি চাব লাগে।

নিস্বাৰ্থ সমাজসেৱকসকলৰ দ্বাৰা অনুপ্ৰাণিত হৈ গণদেৱতা যেতিয়া জাতীয় চৈতন্যেৰে জাগ্ৰত হৈ উঠিব, তেতিয়াই সেই দেশ আৰু সেই জাতি প্ৰকৃতৰূপে শক্তিমন্ত হৈ উঠে আৰু তেতিয়াহে সেই দেশৰ তথা সেই জাতিৰ আকাঙ্ক্ষিত পৰিকল্পনা আৰু জাতীয় চৰকাৰে লোৱা তদনুৰূপ আঁচনি কাৰ্য্যত পৰিণত কৰিবলৈ চৰকাৰে

প্রকৃত সাহস আৰু শক্তি লাভ কৰে।

এটা জাতিৰ সৰ্ব্বময় মঙ্গল হবলৈ হলে লাগে একদল নিস্বাৰ্থ ত্যাগী, নিষ্ঠাৱান প্ৰগতিবাদী কবি-সাহিত্যিক। এই কবি-সাহিত্যিকসকলে তেওঁলোকৰ অতীতৰ মধুৰ স্মৃতি আৰু ঐতিহ্য-সংস্কৃতি আৰু লগতে বৰ্ত্তমানৰ বাস্তৱ সত্যক আশ্ৰয় কৰি লিখা ওজস্বিনী, প্ৰেৰণাময়ী বাণীৰে প্ৰাণস্পৰ্শ কৰি জনতাক জাগ্ৰত কৰিব পাৰিলেই—সেই জনতাৰ মাজৰ পৰায়ে ওলাই আহে দলে দলে নিষ্ঠাৱান প্ৰচাৰক, সংগঠক আৰু শিল্পী-সাহিত্যিক আৰু এই-সকলৰ একান্ত শ্ৰম আৰু ত্যাগৰ ফলতেই সেই দেশৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ভেঁটি সুদৃঢ় হয়; তেতিয়া সেই জাতিক নাইবা তাৰ সাহিত্য-সংস্কৃতিক অৱমাননা কৰিবলৈ কাৰো সাহস নহয়। আমিও আমাৰ ভাষা-সাহিত্য-সংস্কৃতিক তেনে সুদৃঢ় ভেঁটিত স্থাপিত কৰিব লাগিব আৰু তাৰ কাৰণে অসম সাহিত্য সভা অগ্ৰণী হব লাগিব। তাকে কৰিবলৈ আমি বাবদফীয়া এক আঁচনি লবলৈ মানস কৰিছোঁ। আমাৰ বিশ্বাস সুপৰিকল্পিতভাৱে এই আঁচনি কাৰ্য্যত পৰিণত কৰিব পাৰিলেই আমি আমাৰ লক্ষ্যত উপনীত হব পাৰিম।

**প্ৰকাশন:**

যোৱা ৫৫ বছৰে অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ আৰু সংস্কৃতিৰ উন্নতিৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে কম অৰিহণা যোগাই অহা নাই। বৰ্ত্তমান অৱস্থাৰ পৰিপ্ৰেক্ষিতত আৰু বেছি যত্ন কৰিব লাগিব। প্ৰতিবছৰে নতুন সভাপতি আৰু নতুন কাৰ্য্য-নিৰ্ব্বাহকে এই উদ্দেশ্যে কিছু কিছু নতুন আঁচনি গ্ৰহণ কৰে; কিন্তু এই আঁচনিবোৰৰ পৰম্পৰা চাবলৈ এটা স্থায়ী "এজেন্সী" নোহোৱা বাবে সকলোবোৰ আঁচনি যথাযোগ্যভাৱে কাৰ্য্যত পৰিণত কৰাত কিছু অসুবিধা হয় আৰু ফল আশানুৰূপে হৈ নুঠে। সেই অভাৱ পূৰণ কৰিবৰ কাৰণে এখন স্থায়ী প্ৰকাশন সমিতি কৰিব লাগে। এই সমিতি বিশেষ নিষ্ঠাৱান পাঁচজন সদস্যেৰে গঠিত



কৰি প্ৰথম অৱস্থাত প্ৰতি বছৰৰ অন্তত এজনকৈ এৰি দি আন এজন নতুকৈ লব লাগে। পাঁচ বছৰৰ পিছতে এই সমিতিৰ প্ৰত্যেকজন সদস্যৰ কাল ৫ বছৰকৈ হব। এই পাঁচজনীয়া সমিতিলৈ নতুন সভাপতি, প্ৰধান সম্পাদক, পত্ৰিকা সম্পাদক আৰু কাৰ্য্য-নিৰ্ব্বাহকৰ আন এজন সদস্য আহিব আৰু মুঠ সদস্য সংখ্যা নজন হব। এই সমিতিৰ ওপৰত সভাই লোৱা আঁচনিবোৰ কাৰ্য্যত পৰিণত কৰা দায়িত্ব থাকিব।

এই ক্ষেত্ৰত আমাৰ প্ৰকাশকসকলৰ লগত বিশেষ সংযোগ স্থাপন কৰিব লাগিব। হৰিবিলাশ আগৰৱালা, হৰিনাৰায়ণ দত্ত বৰুৱা, বৰকটকী কোম্পানী, ভট্টাচাৰ্য্য এজেন্সী আদিয়ে পুৰণি বহু মূল্যৱান গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া ভাষা-সাহিত্যৰ প্ৰকাশ আৰু প্ৰচাৰ ক্ষেত্ৰত সহায় কৰিছিল। পৰৱৰ্ত্তীকালতো অন্যান্য বহু প্ৰকাশ প্ৰতিষ্ঠানে বহু কিতাপ প্ৰকাশ কৰি ভাষা জননীৰ সেৱা কৰি আছে। আমাৰ ভাষাত এতিয়ালৈ উপন্যাস আৰু চুটি গল্প বহুতো ওলাইছে; এইবোৰৰ বহুতৰে মানো উচ্চ ধৰণৰ। উপন্যাস আৰু চুটি গল্পৰ অৱস্থা ভাৰতৰ আন কোনো ভাষাৰ উপন্যাস, চুটি গল্পতকৈ হীন নহয়, বৰং বেছ সন্তোষজনক। সাম্প্ৰতিক কবিতা পৰীক্ষা-নিৰীক্ষাৰ মাজেদি আগবাঢ়ি আহিলেও বহুতেই পাঠকৰ সমাদৰ পাইছে। বৰ্ত্তমানে কেইবাখনি স্বৰচিত মৌলিক কবিতা পুথিৰ উপৰিও ইংৰাজীৰ যোগেদি হলেও ৰাছিয়ান, চীনা, জাপানী, পাৰচীয় প্ৰমুখ্যে বিভিন্ন বিদেশী ভাষাৰ ভালেমান আগশাৰীৰ কবিতা অসমীয়ালৈ অনূদিত হোৱাটোও বৰ সন্তোষৰ কথা। আন হাতে কিছুমান অসমীয়া কবিতা ইংৰাজীৰ উপৰি কেইবাটিও ভাৰতীয় ভাষালৈ অনূদিত হৈছে। আমি আশা কৰো অনুবাদৰ এই দুয়োদিশৰ সম্প্ৰসাৰণৰ কাৰণে নতুন ডেকা লিখকসকলে মনোনিৱেশ কৰিব আমাৰ দুই-এক উদ্দীয়মান কবিয়ে অন্য ভাষাৰ যোগেৰে মৌলিক কবিতাও লিখিবলৈ লৈছে। সমালোচনা গ্ৰন্থৰ সংখ্যাও আমাৰ

ভাষাত বৃদ্ধি পাইছে ; কিন্তু বিভিন্ন বিষয়ৰ পূৰ্ণ পৰ্য্যায়ৰ সমালোচনা-মূলক গ্ৰন্থৰ আৰু প্ৰয়োজন। ভ্ৰমণ কাহিনী, জীৱন বৃত্তান্তৰ কিতাপো ভালেমান ওলাইছে। এনে পুথিৰ আৰু প্ৰয়োজন আছে। আমাৰ প্ৰকাশকসকলে এই পুথিবোৰ প্ৰকাশ কৰি লিখকসকলক উৎসাহ দিছে। সাহিত্য সভাই এই প্ৰকাশকসকলক আনুষ্ঠানিকভাৱে ধন্যবাদ জ্ঞাপন কৰিছে আৰু লগতে আমাৰ ৰাজ্যৰ প্ৰকাশক-সকলে সেই সকলোৰে সামূহিক প্ৰচেষ্টাত সুষ্ঠ অৱস্থালৈ অনাৰ চেষ্টা কৰিব বুলিও আশা কৰিছে। সাহিত্য সভাই প্ৰস্তুত কৰা আমাৰ ভাষা-সাহিত্যৰ কাৰণে বিশেষ উপযোগী অথচ কম বিক্ৰী হোৱা কিতাপো যাতে দুই-এখনকৈ প্ৰকাশ কৰি ভাষা জননীক সেৱা কৰে তাৰ কাৰণেও তেওঁলোকক অনুৰোধ কৰিলো। মুঠতে প্ৰকাশকসকলে আমাৰ প্ৰকাশন আঁচনি কাৰ্য্যত পৰিণত কৰাত সম্পূৰ্ণ সহযোগিতা কৰিব লাগিব।

বৰ আনন্দৰ কথা যে অসম চৰকাৰে প্ৰতিষ্ঠা কৰা 'অসম প্ৰকাশন পৰিষদে' যোৱা কেইবছৰত আমাৰ ভাষাৰ বহুতো অপূৰ্ব্ব গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। ইংৰাজী ভাষাত লিখা ভাৰতীয় আৰু বিদেশী বহু গ্ৰন্থকাৰৰ বহুমূলীয়া গ্ৰন্থও কেইবাজনো আমাৰ কৃতী সাহিত্যিকৰ হতুৱাই অনুবাদ কৰাই প্ৰকাশ কৰিছে। আনন্দৰাম বৰুৱাদেৱৰ দুষ্প্ৰাপ্য অমূল্য গ্ৰন্থৰাজি প্ৰকাশ কৰি অসমীয়া জাতিৰ গৌৰৱ বৃদ্ধি কৰিছে। বৰ্ত্তমানেও আৰু কেবাটিও বৃহৎ কাম বিশেষকৈ 'অসমীয়া বিশ্বকোষ' নিৰ্মাণ, জ্ঞানোদয় নামৰ এলানি মৌলিক গ্ৰন্থ প্ৰণয়ন আৰু বিভিন্ন বিষয়ৰ ন-পুৰণি, বহু গ্ৰন্থ হিন্দীলৈ অনুবাদৰ আঁচনি আৰু তাৰ ৰূপায়ণৰ কিছু অগ্ৰগতিৰ কথা জানি আমি পৰম আনন্দ লাভ কৰিছো। আশা কৰো অসম প্ৰকাশন পৰিষদে এনেকুৱা ব্যয়বহুল অথচ অতি লাগতিয়াল কামবোৰ চৰকাৰ আৰু বাইজৰ সহযোগত সম্পাদন কৰি আমাৰ ভাষা-জননীক সেৱা কৰিব আৰু আমাৰ ৰাজ্যৰ গৌৰৱ বঢ়াব।



অসমত চলি থকা অসমীয়া আৰু ইংৰাজী বাতৰি কাকত-বোৰে আৰু আকাশবাণীয়েও অসমীয়া ভাষা-সাহিত্যৰ বেদীত কম অৰিহণা যোগাই থকা নাই। আজিকালি প্ৰায় বাতৰি কাকত-বোৰতেই চিন্তাশীল নানা বিষয়ক প্ৰবন্ধবো প্ৰকাশ হোৱাত বাতৰি কাকতবোৰে বাতৰি পৰিবেশন কৰাৰ উপৰিও সৰ্ব্বসাধাৰণৰ মনত সাহিত্য চৰ্চ্চাৰ প্ৰেৰণাও জগাইছে।

অসম বিজ্ঞান সমিতিয়ে সৰ্ব্বসাধাৰণৰ মাজত মনোগ্ৰাহী 'বিজ্ঞান সাহিত্য' আৰু 'বিজ্ঞান জেউতি' নামৰ তিনিমহীয়া আলোচনী উলিয়াই অসমীয়া সাহিত্যৰ এই বিষয়ক অভাৱ দূৰ কৰিবলৈ চেষ্টা কৰিছে। আমি তেওঁলোকৰ এই প্ৰচেষ্টাৰ শলাগ লৈছো আৰু বিজ্ঞান বিষয়ক সাহিত্য সৃষ্টি কৰাত সাহিত্য সভাক সহায় কৰিব বুলি আশা কৰিছো। চিকিৎসা বিষয়ক মনোগ্ৰাহী গ্ৰন্থও দুই-চাৰিখন ইতিমধ্যে আমাৰ ভাষাত ওলাইছে, অদূৰ ভৱি-ষ্যতত এই বিষয়ক গ্ৰন্থ আৰু বেছি আশা কৰিছো।

আমাৰ বোধেৰে সাহিত্য সভাই বুৰঞ্জী শাখাৰ নিচিনাকৈ 'দৰ্শন শাখা' আৰু 'বিজ্ঞান শাখা' পতাৰ ব্যৱস্থাও কৰিব লাগে। এনে শাখা সভা পতাৰ ব্যৱস্থা আগতেও আছিল। সকলো শাখাৰ অংশগ্ৰহণকাৰীসকলৰ ভাষণবোৰ সংৰক্ষণ কৰি প্ৰকাশ কৰিব লাগে।

## ১। পূৰ্ণাঙ্গ অভিধান :

ভাষাৰ সম্পূৰ্ণাঙ্গ অভিধান এখন প্ৰস্তুত কৰা এটা অতি ডাঙৰ কাম অথচ ই ভাষাৰ এক অপৰিহাৰ্য্য অঙ্গ। বৰ্ত্তমান সময়ত আমাৰ ভাষাত নানা কাৰণত নতুন নতুন বহু শব্দৰ আৱশ্যক হৈছে। বিজ্ঞান শিক্ষাৰ কাৰণে সৰু কালৰে পৰা ছাত্ৰ-ছাত্ৰীৰ মন আকৰ্ষিত কৰিবলৈ মাতৃভাষা নাইবা আঞ্চলিক ভাষাৰ যোগেৰে এই শিক্ষা দিবলগীয়া হোৱাত আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা হোৱাত বিজ্ঞান, দৰ্শন, অৰ্থনীতি, ৰাজনীতি আদি

সকলো বিষয়ৰে যথেষ্ট সংখ্যক পাৰিভাষিক শব্দৰ প্ৰয়োজন হৈছে, উপযুক্ত অৰ্থপ্ৰকাশক যথেষ্ট অন্য শব্দৰো প্ৰয়োজন হৈছে। বিশ্ববিদ্যালয়ে বিশেষজ্ঞৰ হতুৱাই সংস্কৃত মূল শব্দ নাইবা প্ৰত্যয় সিদ্ধ শব্দৰ নানা বিষয়ৰ পাৰিভাষিক শব্দ নিৰ্ম্মাণ কৰিছে। অকল পাৰিভাষিক শব্দই সম্পূৰ্ণ নহয় অৰ্থপ্ৰকাশক অন্যান্য বহু শব্দৰ আৱশ্যকো হৈছে। আমাৰ বোধেৰে আৱশ্যক ক্ষেত্ৰত তেনে অৰ্থ-প্ৰকাশক কিছু ইংৰাজী শব্দও আমাৰ লিপিৰে লিখি ব্যৱহাৰ কৰিব পাৰো। ইংৰাজী ভাষাতো ইতিমধ্যে অৰ্থপ্ৰকাশক ভাৰতীয় শব্দ গ্ৰহণ কৰি অভিধানত স্থান দিছে। তদুপৰি আমাৰ ৰাজ্যৰ বিভিন্ন উপ-ভাষা আৰু আঞ্চলিক কথিত ভাষাৰ পৰাও তেনে শব্দ পালে গ্ৰহণ কৰিব পাৰো। ইতিমধ্যে আমাৰ ভাষাত এনে বহুতো নতুন শব্দৰ প্ৰয়োগ হৈছেই। পূৰ্ণাঙ্গ অভিধান এখনত শব্দৰ ব্যুৎপত্তিৰো আৱশ্যক। ইয়াত পুৰণি অসমীয়া ভাষাৰ শব্দৰাজিও পূৰ্ণ অৰ্থেৰে সন্নিৱিষ্ট হোৱা দৰ্কাৰ। সাহিত্য সভাই এই কাম অতি সোনকালে হাতত লব লাগে।

২। পূৰ্ণাঙ্গ ব্যাকৰণ ঃ

প্ৰত্যেক ভাষাতে পূৰ্ণাঙ্গ অভিধানৰ যেনে আৱশ্যক, পূৰ্ণাঙ্গ ব্যাকৰণৰো তেনে আৱশ্যক। আমাৰ ভাষাত পূৰ্ণাঙ্গ পৰ্য্যায়ৰ আধুনিক ব্যাকৰণ নাই বুলি অনেকে কোৱা শুনো; কিন্তু নাই বুলি সমালোচনা কৰিলে নাইবা অৱসাদগ্ৰস্ত হৈ বহি থাকিলে একো লাভ নহব। অতি সোনকালে পূৰ্ণাঙ্গ আধুনিক ব্যাকৰণ এখন লিখা কাম সাহিত্য সভাই লব লাগে। ব্যাকৰণ প্ৰস্তুত কৰোতে বিশেষভাৱে মন কৰিব লাগিব যে প্ৰায়বোৰ ভাৰতীয় ৰাজ্যভাষাৰেই মাতৃ সংস্কৃত ভাষা। সেই কাৰণে মাধ্যমিক পৰ্য্যায়ত সংস্কৃত ভাষা বাধ্যতামূলক হিচাবে পঢ়ুৱাৰ ব্যৱস্থা আমাৰ ৰাজ্যতো থাকিব লাগে। ভাৰতীয় ঐতিহ্যৰ সম্যক জ্ঞান লাভ কৰিবলৈ হলেও সংস্কৃত ভাষা শিকাৰ নিতান্ত প্ৰয়োজন। এইবোৰ কথালৈ



লক্ষ্য ৰাখি অন্যান্য ৰাজ্যভাষাৰ নিচিনা আমিও আমাৰ ভাষাৰ ব্যাকৰণ ৰচনা কৰিব লাগিব যাতে অনৰ্থক কোনো বিভ্ৰান্তিৰ সৃষ্টি নহয়। জোঁটিন নাইবা ব্যাকৰণৰ অন্যান্য বিষয়তো একেবাৰে কিবা নতুন এটা কৰিবলৈ গলে নানা বিপৰ্য্যয়ৰ সম্ভাৱনা আছে। বহুতে আমাৰ বৰ্ণমালাৰ আখৰৰ সংখ্যাও কমাব খোজে; কিন্তু একেটা শব্দ লিখোতে অসমীয়াত বেলেগ আৰু সংস্কৃতত বেলেগ বৰ্ণ ব্যৱহাৰ কৰিলে কি সৰ্ব্বনাশ হব ভাবি চাওক। বিভক্তি কাৰক, প্ৰত্যয়, সমাস আদিৰ ক্ষেত্ৰতো অনেক ঠাইত তেনে হব। গতিকে এই কথালৈ বিশেষ মন দিহে আমাৰ নিজা ব্যাকৰণ লিখিব লাগিব।

৩। মৌলিক গ্ৰন্থ প্ৰণয়ন আৰু প্ৰকাশঃ

[১] আমাৰ ভাষাৰ অপ্ৰকাশিত মূল্যৱান প্ৰাচীন পুথিৰ প্ৰকাশ।

[২] বেদ-উপনিষদ, ৰামায়ণ-মহাভাৰত, পুৰাণ-ভাগৱত, গ্ৰন্থ চাহেব, কোৰাণ আদিৰ কাহিনী লৈ সৰল ভাষাত লিখা মৌলিক ৰসাল কিতাপ ৰচনা আৰু প্ৰকাশ।

[৩] সৰ্ব্বসাধাৰণৰ মনোগ্ৰাহী শিশু সাহিত্য, বিজ্ঞান সাহিত্য আৰু জন সাহিত্যৰ ৰচনা আৰু প্ৰকাশ

[৪] পাহাৰ আৰু ভৈয়ামৰ ডিমাছা, মিকিৰ, মিৰি, বড়ো, ৰাভা কছাৰী, চাহমজদুৰ আদিৰ জীৱন বৃত্তান্ত আৰু তেওঁলোকৰ মাজত চলি থকা সাধুকথা আদিৰ সৰল ৰচনা আৰু প্ৰকাশ।

[৫] নানা বিষয়ক চিন্তাশীল ভাৱ গধুৰ প্ৰবন্ধ ৰচনা আৰু প্ৰকাশ

৪। অনুবাদ সাহিত্য সৃষ্টি ঃ

[১] আমাৰ ভাষাৰ পুৰণি মূল্যৱান গ্ৰন্থ আৰু সৰ্ব্বভাৰতীয় ভাৱৰ চুটি গল্প, উপন্যাস, কবিতা, নাটক আদি হিন্দী, উৰিয়া আৰু ইংৰাজীলৈ অনুবাদ আৰু প্ৰকাশ

[২] উৎকৃষ্ট হিন্দী, উৰিয়া আৰু ইংৰাজী ভাষাৰ কিতাপ অসমীয়ালৈ অনুবাদ আৰু প্ৰকাশ।

[৩] ইতিমধ্যে বহু বঙলা কিতাপ অসমীয়ালৈ অনুবাদ কৰা হৈছে, ভাল ভাল অসমীয়া কিতাপ বঙলালৈ অনুবাদ আৰু প্ৰকাশ হৈছে ।

**৫। সাহিত্য সভা পত্ৰিকা আৰু বুলেটিন ঃ**

আমাৰ ভাষাত স্থায়ী ভাবগধুৰ আলোচনী এখনৰ অভাৱ বুলি সকলোৱে কয়। জোনাকী, বাঁহী, আৱাহন আদিয়ে সেই অভাৱ পূৰণ কৰিছিল। সাহিত্য সভাইও নিয়মিতভাৱে ভালদৰে এই কাম কৰিব নোৱাৰা বুলি কোৱা শুনো। বাইজৰ সহায়-সহযোগ পালে 'সাহিত্য সভা পত্ৰিকা'খন ভাবগধুৰ পত্ৰিকা হিচাবে মাহেকীয়াকৈ উলিয়াবলৈ আশা কৰিছোঁ অহা নতুন বছৰৰ পৰা। এই কথাৰ কাৰণে বহুতো বন্ধুৱে আমাক উৎসাহ দি আৱশ্যকমতে সহায়-সহযোগ কৰিব বুলিও প্ৰতিশ্ৰুতি দিছে। ইয়াৰ কাৰণে আমাৰ শাখা সভাবোৰে আৰু বিদ্যালয়-মহাবিদ্যালয়বোৰেও সহায় কৰিব বুলি আশা কৰিলোঁ। সাহিত্য সভা পত্ৰিকাখনত সভাৰ প্ৰস্তাৱ, কাৰ্য্য বিবৰণী, শাখাৰ উল্লেখযোগ্য কামৰ বিবৰণ থাকিলে পত্ৰিকাখন অলপ পাতল হোৱাৰ আশঙ্কা। এইবোৰ বিবৰণী সহ বুলেটিন এখন বছৰত দুবাৰকৈ হলেও উলিয়াব পৰা হব বুলি ভবা হৈছে। আমাৰ ভাষাৰ আলোচনী এটা বা দুটা সংখ্যা ওলায়ে মৃত্যুমুখত পৰে—কচুপাতৰ পানীৰ দৰে। বৰ্ত্তমানে 'মিনি আলোচনী'ও ওলাইছে। ইয়ে ন লিখাকক উৎসাহ প্ৰদান কৰে আৰু অকণমান আজৰি পৰত আনন্দ বিনোদন কৰে, হলেও সিও পৰীক্ষা-নিৰীক্ষাৰ মাজত চলি আছে। আলোচনীৰ বহুল প্ৰচাৰৰ বাবে আমি চেষ্টা কৰিবই লাগিব।

**৬। অসমীয়া জাতিৰ ইতিবৃত্ত নিৰ্ম্মাণ ঃ**

অসম সাহিত্য সভাই 'অসমীয়া জাতিৰ ইতিবৃত্ত নিৰ্ম্মাণ'ৰ দায়িত্ব লবই লাগিব। সাহিত্য সভা ব্যতিৰেকে অইনৰ কাৰণে এই দায়িত্ব পালন কৰাৰ সুবিধা নহব। কাৰণ ই এজন-দুজনে



কৰা কাম নহয়। বৰ্ত্তমানে অসমৰ বিভিন্ন অঞ্চলত চাৰিশৰ ওপৰ শাখা সভা আছে, অদূৰ ভৱিষ্যতত এই সংখ্যা এহাজাৰ হব বুলি আশা কৰিব পাৰি। প্ৰত্যেক শাখাৰ সদস্যসকলক এই কামৰ কাৰণে প্ৰেৰণা দি উৎসাহিত কৰি তুলিব পাৰিলে এনে ইতিবৃত্ত নিৰ্ম্মাণৰ আৱশ্যকীয় সামগ্ৰী সহজে যোগাৰ কৰিব পৰা হব। অৱশ্যে ইয়াৰ কাৰণে কেইজনমান নিষ্ঠাৱান বলিষ্ঠ নিৰ্ম্মাতাৰ আৱশ্যক হব নিশ্চয়। এই 'নিৰ্ম্মাণ'ৰ প্ৰধান সামগ্ৰী হব—

(১) বিভিন্ন অঞ্চলৰ নানা লোকগীত, প্ৰবচন, ফকৰা-যোজনা, কিংবদন্তি, সাধুকথা আদিৰ সংগ্ৰহ।

(২) বিভিন্ন ঠাই, নদী, পৰ্ব্বত আদিৰ নামৰ উৎপত্তি বিৱৰণ আৰু তাৰ লগত জড়িত থকা পুৰাবৃত্ত, সেই ঠাইৰ প্ৰধান উৎপন্ন বস্তু আৰু বনজ, প্ৰকৃতিজ সম্পদ।

(৩) প্ৰাচীন কীৰ্ত্তি-কলাপ, মঠ-মন্দিৰ, সত্ৰ-দেৱালয়, মছজিদ আদিৰ সম্পূৰ্ণ বিৱৰণ।

(৪) বিভিন্ন ঠাইৰ উৎসৱ, আচাৰ-ব্যৱহাৰ, কৰ্ম্মসংস্থান, খাদ্য, পোছাক আদিৰ বিৱৰণ।

(৫) বিভিন্ন দেশসেৱক যেনে—সাহিত্যিক, শিল্পী, পণ্ডিত, শিক্ষাবিদ, সমাজসেৱক আদিৰ জীৱন বৃত্তান্ত সংগ্ৰহ।

এইবোৰ সংগ্ৰহ কৰি বিভিন্ন শাখা সভাই সাহিত্য সভাক যোগাৰ দিলে, সাহিত্য সভাই বিশেষ নিৰ্ম্মাতাৰ সহায়ত খণ্ড খণ্ডকৈ নিৰ্ম্মাণ কৰি প্ৰকাশ কৰাৰ দিহা কৰিব আৰু কালত ইয়ে পূৰ্ণতা লাভ কৰি 'অসমীয়া জাতিৰ ইতিবৃত্ত'ৰ ৰূপ পাব।

**৭। পুৰণি সাঁচিপতীয়া পুথি উদ্ধাৰ আৰু বৰ্ণনামূলক তালিকা প্ৰস্তুত ঃ-**

শ্ৰদ্ধেয় হেমচন্দ্ৰ গোস্বামীদেৱে ১৯২০ চনতেই সভাপতিৰ আসনৰ পৰা অসমত কমেও পাঁচ হাজাৰ পুৰণি সাঁচিপতীয়া পুথি থকা বুলি কৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে ইতিমধ্যে চাৰি হাজাৰ

খান উদ্ধাৰ কৰি তাৰ তালিকা প্ৰস্তুত কৰা কাম হাতত লৈছে বুলি গম পাইছো ; কিন্তু শ্ৰদ্ধেয় গোস্বামীদেৱৰ নিচিনা বৰ্ণনামূলক তালিকা কৰিবলৈ লোৱা নাই বুলি কোৱা শুনিছোঁ। আমি আশা কৰোঁ গুৱাহাটী বিশ্ববিদ্যালয়ে গোস্বামীদেৱৰ বৰ্ণনামূলক তালিকাৰ আহিত এই কাম সোনকালে সমাধা কৰিব। এই কাম সম্পূৰ্ণৰূপে সম্পাদন কৰিব পাৰিলে আমাৰ ভাষা জননীৰ মৰ্য্যাদা সৰ্ব্বভাৰতীয় দৃষ্টিত বহু ওপৰলৈ যাব। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ পূৰ্ণ মৰ্য্যাদা লাভ কৰোৱা গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ অন্যতম উদ্দেশ্য। এই ক্ষেত্ৰত আমাৰ শাখা সভাসমূহে নিজ নিজ অঞ্চলৰ তেনে পুথি সংগ্ৰহ কৰি লাইবা সেইসকলৰ বৰ্ণনামূলক তালিকা প্ৰস্তুত কৰি সাহিত্য সভাক দিলে সাহিত্য সভাই এই কাম হাতত লব পাৰে।

**৮। গ্ৰন্থাগাৰ ঃ**

ন-পুৰণি কোনো অসমীয়া পুথি বিচাৰি নাপালে সাহিত্য সভাৰ ওচৰ চপাটো স্বাভাৱিক। গতিকে অসম সাহিত্য সভাৰ পূৰ্ণাঙ্গ গ্ৰন্থাগাৰ এটাৰ নিতান্ত দৰ্কাৰ। যিমানদূৰ সম্ভৱ প্ৰকাশিত সকলো অসমীয়া পুথি ইয়াত ৰাখিব লাগে। যিবোৰ পোৱা নাযায় সেইবোৰৰ বৰ্ণনামূলক তালিকা থাকিব লাগে। সম্ভৱস্থলত পুৰণি সাঁচিপতীয়া পুথিও লাইবা সিবোৰৰ বৰ্ণনামূলক তালিকা ৰখাৰ প্ৰয়োজন। বহু লিখকৰ হাতেলিখা পুথি অপ্ৰকাশিত অৱস্থাতে থাকে, সেইবোৰৰ খবৰ কালক্ৰমত নাইকিয়া হৈ যায়। গতিকে শাখা সভাবোৰৰ সহায়ত এনে ধৰণৰ মূল্যৱান পুথিৰ বিবৰণো সংগ্ৰহ কৰিব পাৰি। মুঠৰ ওপৰত অসমীয়া ভাষাৰ আৰম্ভণিৰে পৰা আজিলৈকে প্ৰকাশিত-অপ্ৰকাশিত পুথিৰ খবৰ এই পুথিভঁৰালত থকাটো বাঞ্ছনীয়। লাহে লাহে এই পুথিভঁৰালৰ কাৰণে আৱশ্যকীয় সকলো ধৰণৰ প্ৰসঙ্গপুথিও ইয়াত ৰখাৰ ব্যৱস্থা কৰিব লাগে। আমি জনাত বঙ্গীয় সাহিত্য পৰিষদৰ পুথিভঁৰাল, কোচবিহাৰ ৰাজকীয় পুথিভঁৰাল, লণ্ডনৰ বৃটিছ মিউজিয়াম



আৰু অন্যান্য তেনে পুথিভঁৰালত বহুতো পুৰণি অসমীয়া পুথি আছে। সম্ভৱস্থলত সিবোৰৰ প্ৰতিলিপি ( ফটোষ্টেট্ কপি ) নহলে বিবৰণকে আনিব লাগে।

ৰাজহুৱা আৰু গাৱঁলীয়া পুথিভঁৰালৰ উন্নতি নহলে আমাৰ পঢ়ুৱৈ সমাজ বাঢ়িব নোৱাৰে। আজি-কালি বহুতো ভাল ভাল গাৱঁলীয়া পুথিভঁৰাল স্থাপিত হৈছে ; কিন্তু তাৰ ভাল ৰক্ষণাবেক্ষণৰ দিহা হোৱা নাই। কিছু সংখ্যকক চৰকাৰে সামান্য সাহায্যও কৰে। প্ৰতিখন জিলা আৰু মহকুমাতো ৰাজহুৱা পুথিভঁৰাল স্থাপিত হৈছে ; কিন্তু আৱশ্যকীয় সংখ্যক কিতাপ দিব পৰা নাই। আমাৰ বোধেৰে আঞ্চলিক ভিত্তিত একোটা ভাল পুথিভঁৰাল স্থাপন কৰি, তাৰ যোগেৰে ভ্ৰাম্যমান পুথিভঁৰালৰ দ্বাৰা গাৱঁলীয়া পুথিভঁৰালবোৰক পুথিৰ যোগান ধৰিব পাৰি। এইবোৰ কাম নীতিগত আৰু শৃঙ্খলাবদ্ধ-ভাৱে কৰিবৰ কাৰণে অসম পুথিভঁৰাল সংঘৰ তৰফৰ পৰা 'অসম গ্ৰন্থাগাৰ বিধি' প্ৰণয়নৰ বাবে চৰকাৰক অনুৰোধ কৰা হৈছে আৰু ইয়াৰ কাম আগবাঢ়িছে বুলি জনা গৈছে। আশা কৰো সোনকালে এই গ্ৰন্থাগাৰ বিধি চৰকাৰে প্ৰণয়ন কৰি আমাৰ ৰাজ্যৰ গাৱঁলীয়া আৰু ৰাজহুৱা পুথিভঁৰালবোৰৰ উন্নতি বিধান কৰি পঢ়ুৱৈ সমাজ গঢ়া কামত সহায় কৰিব।

অনেক পৰ্য্যটক লাইবা প্ৰত্নতাত্ত্বিকে আহি বিভিন্ন ৰাজ্যৰ বিভিন্ন সময়ৰ কলা-শিল্প অধ্যয়ন কৰিবলৈ বিচাৰে। সেই কাৰণে প্ৰতি ৰাজ্যৰে এনে এটা সংগ্ৰহালয় নিতান্ত প্ৰয়োজন যাতে সেই সংগ্ৰহালয় দেখিলে ৰাজ্যখনৰ ঐতিহ্য সংস্কৃতিৰ বিষয়ে এটি সুন্দৰ আভাস পাব পাৰে। আমাৰ ৰাজ্যত বিভিন্ন গোষ্ঠীৰ কৃষ্টি-সংস্কৃতিৰ পৰিচায়ক নানা বস্তু আছে। সেইবোৰ সংগ্ৰহ কৰিব পাৰিলে এক মহৎ কাম সাধন হয়। বিভিন্ন যুগৰ চিত্ৰকলাবো সংগ্ৰহ কৰিব পাৰি। ই ভৱিষ্যতে আমাৰ কলা বীথিকা ( Art gallery ) হব পাৰে। আমাৰ ৰাজ্যিক সংগ্ৰহালয়ত প্ৰত্নতাত্ত্বিক সম্ভাৰ যথেষ্ট

আছে যদিও ওপৰত উল্লেখ কৰা যথাসম্ভৱ সকলো বস্তুৰ সংগ্ৰহেৰে ইয়াক পৰিপূৰ্ণ কৰিবৰ এতিয়াও থল আছে। যি সকল ব্যক্তিৰ অশেষ যত্নৰ ফলত আমাৰ ৰাজ্যিক সংগ্ৰহালয়টিয়ে এই ৰূপ পাইছে সেইসকলৰ শলাগ লৈছোঁ। অদূৰ ভৱিষ্যতত ইয়াৰ সংশ্লিষ্ট লোক-সকলৰ চেষ্টাত আৰু চৰকাৰৰ সহায়ত ই পূৰ্ণ ৰূপ লাভ কৰি আমাৰ ৰাজ্যৰ ঐতিহ্যৰ গৌৰৱ বঢ়াব বুলি আশা কৰিলোঁ।

## ৯। সাংস্কৃতিক সমন্বয় কেন্দ্ৰ :

আমি আমাৰ পাহাৰ-ভৈয়ামৰ ভাইসকলৰ লগত কথা-বতৰা পাতি যি বুজিছোঁ, আমাৰ মাজত নানা ভুল বুজাবুজি হৈছে নাইবা তেনে হবলৈ ষড়যন্ত্ৰকাৰীসকলে নানা অপচেষ্টা কৰি আছে। আমাৰ মাজত বিশেষ যোগাযোগ নোহোৱা বাবে তেনে কাম সম্ভৱ হৈছে। অনেক ক্ষেত্ৰত আমি সেইসকলক অৱহেলা কৰা বুলি কোৱাও শুনো। আমাৰ এই ভাইসকলে যাতে সৰ্ব্বতোপ্ৰকাৰ উন্নতি সাধন কৰি আগুৱাই আহিব পাৰে, তেনে চেষ্টা কৰাও আমাৰ কৰ্ত্তব্য। বৰ আনন্দৰ কথা এইসকলৰ মাজত আজি আত্মচৈতন্য জাগৰুক হৈ পৰিছে, বলিষ্ঠ নেতৃত্ব দিব পৰা কিছু লোকো সেই-সকলৰ মাজৰ পৰা ওলাইছে। গতিকে আমি উপযুক্ত যোগাযোগৰ মাজেৰে ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰি আমাৰ সংহতিৰ ঐতিহ্য ৰক্ষা কৰিব পাৰিবই লাগিব। সেই উদ্দেশ্যেৰে আমি সাহিত্য সভাভৱনক এটা সাংস্কৃতিক সমন্বয়ৰ কেন্দ্ৰ কৰিবলৈ ইচ্ছা কৰিছোঁ। তাত যদি আমি বড়ো, ৰাভা, কছাৰী, মিকিৰ, ডিমাছা, লালুং, মণিপুৰী, চাহমজদুৰ আৰু সম্ভৱস্থলত অৰুণাচল, নগাৰাজ্য, মিজোৰাম আৰু মেঘালয়ৰো একো একোটা সৰু বিভাগ খুলি তাত সেই সেই সংস্কৃতিৰ উন্নতিৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা কৰিব পাৰো আৰু মাজে-সময়ে সকলো বিভাগ মিলি আলোচনা কৰাৰ দিহা কৰিব পাৰো, তেনেহলে অদূৰ ভৱিষ্যতত আমাৰ মাজত উদ্ভৱ হোৱা অসংহতিৰ বীজ ধ্বংস হৈ



পৰিব। এই পদ্ধতিৰে আমাৰ ৰাজ্যত স্থায়ীভাৱে বসবাস কৰি থকা বিভিন্ন গোষ্ঠী সম্প্ৰদায়ৰ লোকৰ পাৰস্পৰিক সহযোগ আৰু সন্মিলনেৰে এই পূৰ্ব্বপ্ৰান্তত এক বিশাল সংস্কৃতিৰ সৃষ্টি হব পাৰে।

## ১০। বিভিন্ন ৰাজ্যিক অনুষ্ঠানৰ লগত সংযোগ স্থাপন :

অসমত এতিয়া অসম সাহিত্য সভাৰ বাহিৰেও বহুতো ৰাজ্যিক পৰ্য্যায়ৰ সাংস্কৃতিক অনুষ্ঠান আছে। তাৰ ভিতৰত অসম সাংস্কৃতিক সভা, অসম নাট্য সন্মিলন, অসম সঙ্গীত সন্মিলন, অসম বড়ো সাহিত্য সভা, অসম পুথিভঁৰাল সংঘ, অসম বিজ্ঞান সমিতি, অসম ৰাষ্ট্ৰ ভাষা প্ৰচাৰ সমিতি, অসম প্ৰকাশন পৰিষদ, অসম সাহিত্য একাডেমি, অসম সঙ্গীত নাটক একাডেমি, অসম ললিত কলা একাডেমি আদিয়ে প্ৰধান। অসম সাহিত্য সভাৰ উদ্দেশ্যই এই সকলোকে সামৰিব পাৰে। গতিকে আমাৰ বোধেৰে অসম সাহিত্য সভাৰ যোগেৰে এই সকলোৰে সমন্বয় সাধন কৰিব পাৰি আৰু এই আটাইবোৰতে উমৈহতীয়া চেষ্টাত এটা বলিষ্ঠ সংস্কৃতি গঢ়িব পাৰি।

শাস্ত্ৰীয় সংগীত আৰু নৃত্যত যে অসম চহকী, বৰগীত আৰু সত্ৰীয়া নৃত্যই সেইটো প্ৰমাণ কৰে। সুখৰ কথা যে অসমৰ কেইবা গৰাকী লোকে এই বিষয়ে চিন্তা চৰ্চ্চা কৰিবলৈ লৈছে। আমাৰ ইয়াত এতিয়া কেবাটাও সুন্দৰ ৰঙ্গমঞ্চ আছে তাৰ ভিতৰত নটৰাজ, অসম ষ্টাৰ, পূৰ্ব্বজ্যোতি, সুৰদেৱী আদি ভ্ৰাম্যমান মঞ্চ। এই মঞ্চকেইটাৰ মান বেছ উন্নত হৈছে, আমি গৌৰৱেৰে প্ৰকাশ কৰিব পাৰো। ৰঙ্গমঞ্চৰ উন্নতি হলেহে মঞ্চোপযোগী নাট্য-সাহিত্যৰ সৃষ্টি হয় সেইবোৰৰ চাহিদা পূৰণ কৰিব পৰাকৈ। আমি আশা কৰিছো এই ৰঙ্গমঞ্চৰ উন্নতিৰ লগতে, আজিৰ যুগোপযোগী উৎকৃষ্ট নাট্য-সাহিত্য, সৃষ্টি কৰিবলৈ আমাৰ নাট্যকাৰসকল আগুৱাই আহিব। জামুগুৰিৰ শ্ৰীগজেন বৰুৱাৰ যত্নত স্থাপিত বাবে চহৰীয়া ভাওনাই

বহুতকে আকৃষ্ট কৰিছে। আমাৰ নাটকৰ অৱস্থা এতিয়াও সন্তোষ-জনক নহয়। একাঙ্কিকা নাটৰ সমাদৰ বাঢ়িলেও একাঙ্কিকাই পূৰ্ণ নাটকৰ পূৰ্ণ মৰ্য্যাদা অক্ষুন্ন ৰাখিব নোৱাৰে; ৰাখিব পৰাটোও সম্ভৱ নহয়। যিহেতু তাৰ পৰিসৰ বৰ কম। বহুক্ষেত্ৰত উপযুক্ত অসমীয়া নাটকৰ অভাৱত অন্য ভাৰতীয় ভাষাৰ পৰা অনুবাদ কৰিও নাটক অভিনয় কৰা দেখা গৈছে। এই ক্ষেত্ৰত অসমৰ ভ্ৰাম্যমান থিয়েটাৰ দলসমূহে অভিনয় কৰা প্ৰায়বোৰ নাটকৰ কথা উল্লেখ কৰিব পাৰি। কুৰি শতিকাৰ আজি অষ্টম দশকতো অসমীয়া নাটকৰ এনে দৈন্য হোৱাটো দুখৰ কথা। নবীন নাট্যকাৰসকলে একাঙ্কিকা লিখাৰ উপৰিও গহীন পূৰ্ণাঙ্গ নাটক লিখাৰ কাৰণে মনোনিবেশ কৰিব বুলি আশা কৰিলো।

## ১১। অসমীয়া ভাষাজ্ঞান পৰীক্ষাৰ সংস্কাৰ আৰু প্ৰসাৰঃ

অসম সাহিত্য সভাই 'অসমীয়া ভাষাজ্ঞান' বুলি দুটা পৰীক্ষা চলাই আহিছে। এই পৰীক্ষাৰ সংস্কাৰ কৰি তিনিটা পৰীক্ষা কৰিব লাগে, প্ৰথম, দ্বিতীয় আৰু উপাধি। অসম ৰাষ্ট্ৰ ভাষা প্ৰচাৰ সমিতিয়ে চলোৱা হিন্দী পৰীক্ষাৰ আৰ্হিত এই পৰীক্ষাৰ সংস্কাৰ কৰিব পাৰি। এই পৰীক্ষাৰ কাৰণেও আৱশ্যকীয় বিধি আৰু পাঠ্য-পুথি আদিৰ দিহা কৰি চৰকাৰৰ পৰা স্বীকৃতি লব লাগে। যাতে তৃতীয় উপাধি পৰীক্ষা পাচ কৰিলে তেওঁক অসমীয়াত বি, এ, পৰ্য্যায়ৰ বুলি ধৰা হয়। যিসকল উচ্চ পৰ্য্যায়ৰ বিষয়াৰ মাতৃভাষা অসমীয়া নহয়, তেওঁলোকক এই উপাধি পৰীক্ষা পাচ কৰাটো বাধ্যতামূলক বুলি ধৰিব লাগে। সেইদৰে বিভিন্ন পৰ্য্যায়ৰ চৰকাৰী-বেচৰকাৰী চাকৰিয়ালসকলক আৱশ্যকীয় পৰ্য্যায়ৰ পৰীক্ষা পাচ কৰিবলৈ নিৰ্দ্দেশ দিব লাগে। আনহাতে মাতৃভাষা অসমীয়া নোহোৱা যিসকল লোক আমাৰ ইয়াত আছে সেই সকলোৰে যাতে অসমীয়া পঢ়ে আৰু পৰীক্ষা পাচ কৰে তালৈ উৎসাহ দি অনুকূল বাতাবৰণৰ সৃষ্টি কৰিব লাগে। ঠায়ে



ঠায়ে বিশেষকৈ ডাঙৰ ডাঙৰ নগৰবোৰত আৰু কাছাৰত অসমীয়া পঢ়োৱা কেন্দ্ৰ স্থাপন কৰিব লাগে। বৰ আনন্দৰ কথা আমি জনামতে এইবাৰ কাছাৰ জিলাত অসমীয়া ভাষাজ্ঞান পৰীক্ষাৰ্থীৰ সংখ্যা পাঁচশবো ওপৰ হৈছে। মুঠতে যিবোৰ অনুষ্ঠানত বা অঞ্চলত বাহিৰৰ পৰা অহা লোকৰ সংখ্যা অধিক নাইবা অসমীয়া নজনা মানুহৰ সংখ্যা অধিক, সেইবোৰ ঠাইত ইয়াৰ বেছি প্ৰচাৰ হব লাগে।

## ছপাশালঃ

কোনো কোনো মহলৰ পৰা সাহিত্য সভাক ছপাশাল এটি লোৱাৰ পৰামৰ্শও আগবঢ়াইছে; কিন্তু আমাৰ অভিজ্ঞতাৰ পৰা যি বুজিছো সাহিত্য সভাই আৱশ্যকীয় সকলো সামগ্ৰীৰে উপযুক্ত ছপাশাল এটা পাতি তাক পৰিচালনা কৰা বৰ সহজ নহব। বিশেষকৈ কিতাপ ছপাই উলিয়াব পৰা ছপাশাল এটা ভালদৰে চলাবলৈ হলে ভাল প্ৰশিক্ষণ লোৱা উপযুক্ত লোক লাগিব, ব্যৱসায়িক দৃষ্টিভঙ্গীৰে চলাব নোৱাৰিলে তাৰ পৰা সুফল পোৱা টান। গতিকে এই ক্ষেত্ৰত আমাৰ পৰামৰ্শ হৈছে আমাৰ ৰাজ্যৰ আমাৰ চাহিদা পূৰণ কৰিব পৰা কেইটামান উপযুক্ত ছপাশালক পূৰ্ণপৰ্য্যায়ৰ ছপাশাললৈ উন্নীত হবলৈ উৎসাহ দিব লাগে আৰু আৱশ্যকীয় ঋণ আদি দি সহায় কৰিবলৈ চৰকাৰক পৰামৰ্শ দিব লাগে। কিতাপ প্ৰস্তুত কৰি তাৰ প্ৰকাশৰ বাবে প্ৰকাশক উলিয়াব পাৰিলে ছপাশাল নোহোৱাৰ কাৰণে সিমান অসুবিধা নহব।

## ১২। প্ৰচাৰ আৰু সংগঠনঃ

প্ৰচাৰ আৰু সংগঠন নহলে এটা জাতিয়ে পূৰ্ণবিকাশ লাভ কৰিব নোৱাৰে। সমস্যাবহুল অসমৰ কথা আৰু সুকীয়া। আমাৰ ৰাজ্যৰ বিভিন্ন স্থানত বিভিন্ন প্ৰতিক্ৰিয়াশীল শক্তিয়ে আমাৰ স্বাৰ্থৰ

বিৰুদ্ধে নানা কাম কৰি আছে। এইবোৰ চাবৰ কাৰণেও আমাক এদল নিস্বাৰ্থ দেশসেৱক লাগে। শিক্ষিত যুৱশক্তিৰ প্ৰাণত প্ৰকাশৰ প্ৰেৰণা জন্মাব পাৰিলে নিশ্চয় তেনে কিছু সেৱক ওলাব। স্বয়ং প্ৰকাশ ভগৱানৰ অংশ মানুহো প্ৰকাশশীল। প্ৰতিভাশালী লোকে যি কোনো উপায়েই নিজক প্ৰকাশ কৰিবলৈ বিচাৰে। এনেকুৱা এদল লোকৰ সৃষ্টি কৰিব পাৰিলেই দেশৰ বহু সংগঠনমূলক কামেই সম্ভৱ হৈ উঠিব আৰু এইসকলৰ মাজৰ পৰায়ে একশ্ৰেণী নিস্বাৰ্থ নেতাও ওলোৱাৰ সম্ভাৱনা নিশ্চয় আছে।

এই প্ৰচাৰক আৰু সংগঠকসকলে নিজ নিজ নিৰ্দ্দিষ্ট এলেকাত থকা শাখা সভাবিলাক জীৱিত আৰু সক্ৰিয় কৰি ৰাখি সাহিত্য সভাই কৰিবলৈ দিয়া কামবোৰ কৰাব। নিজৰ নিজৰ অঞ্চলবোৰত, জনসমাজৰ মাজত সাহিত্য সভাৰ গৌৰৱ বিস্তাৰ কৰিব আৰু বলিষ্ঠ পঢ়ুৱৈ সমাজ তৈয়াৰ কৰিবলৈ সকলোপ্ৰকাৰে যত্ন লব। কাৰণ আমাৰ পঢ়ুৱৈ সমাজ বৰ দুৰ্ব্বল। আজি-কালি গাওঁলীয়া ঠাইতো বহু পুথিভঁৰাল হৈছে, সেইবোৰৰ উন্নতিবিধান কৰিও মানুহৰ মনত পঢ়াৰ ধাউতি জন্মাব পাৰি। এই প্ৰচাৰকসকলে অসম সাহিত্য সভাৰ পত্ৰিকা আৰু প্ৰকাশিত গ্ৰন্থ বিক্ৰী কৰিব। পাহাৰ আৰু ভৈয়ামৰ ভাইসকলৰ মাজত থাকি তেওঁলোকৰ লগত মিলিজুলি ভাবৰ আদান-প্ৰদান কৰিব, তেওঁলোকৰ উপভাষা শিকিব আৰু ঘনিষ্ঠ যোগাযোগ কৰি আমাৰ মাজত থকা মিলা-প্ৰীতিৰ বান্ধোন যাতে সুদৃঢ় হয় তাৰ কাৰণে যত্ন কৰিব।

এওঁলোকৰ নিজৰ ভৰণ-পোষণৰ কাৰণে আৰু পাথেয় খৰচৰ কাৰণে কিছু পইচা দিবও লাগিব, সাহিত্য সভা পত্ৰিকা আৰু পুথি বিক্ৰী কৰিও কমিচন হিচাবে কিছু পাব। মুঠতে নিজে খাই-বৈ থ'কিব পাৰিব লাগিব ; কিন্তু ইয়াক চাকৰি বুলি ভাবিব নালাগিব।



## আৱশ্যকীয় ধন ভাণ্ডাৰ সংগ্ৰহ :

ওপৰৰ বাবদফীয়া আঁচনি কাৰ্য্যত পৰিণত কৰিবলৈ সাহিত্য সভাক যথেষ্ট ধনৰ প্ৰয়োজন হব। অসম চৰকাৰৰ পৰা বৰ্ত্তমানে সাহিত্য সভাই যি অনুদান পাই আছে, তাৰে এই আঁচনিবোৰ কাৰ্য্যত পৰিণত কৰা সম্ভৱ নহব। অৱশ্যে আমি আশা কৰিছো আমাৰ এই আঁচনিবোৰ সম্পূৰ্ণৰূপে প্ৰস্তুত কৰি চৰকাৰৰ ওচৰত আবেদন কৰিলে জাতীয় স্বাৰ্থৰ কাৰণে জাতীয় চৰকাৰ নিশ্চয় আগুৱাই আহিব। কোনো কোনো আঁচনিৰ কাৰণে হয়তো কেন্দ্ৰীয় চৰকাৰবো ওচৰ চাপিব পাৰো।

কিন্তু অকল চৰকাৰৰ সাহায্যেৰে এই কাম কৰিব পৰা নহব। মই আশা কৰিছো এই কামৰ কাৰণে আমাৰ ৰাইজেও মুক্তহস্তে দান-বৰঙণি আগবঢ়াব, আমি তাৰ কাৰণে ৰাইজৰ ওচৰত কৰযোৰে হাত পাতিম। যদি সঁচাকৈ এই কামবোৰ কৰি আমাৰ ৰাজ্যৰ গৌৰৱ ৰক্ষা কৰিব খোজো, তেনেহলে অতি কমেও ৩৪ লাখ টকাৰ পুঁজি কৰিবই লাগিব। আমি তাৰ কাৰণেও আঁচনি কৰিছো। সেই আঁচনি মতে সাধাৰণ সভ্য সংখ্যা বঢ়াই কমেও একলাখ কৰিব লাগিব, আজীৱন সভ্য সংখ্যা আৰু এহাজাৰ কৰিব লাগিব আৰু পাঁচ হাজাৰ দানৰ টকাৰ ওপৰৰ পৃষ্ঠপোষকৰ সংখ্যাও দুশ মান কৰিব লাগিব আৰু সৰ্ব্বসাধাৰণৰ পৰা যথাশক্তি দান বৰঙণি লৈও কিছু অৰ্থ সংগ্ৰহ কৰিব লাগিব। চৰকাৰে বাৰজন সাহিত্যিকক স্বীকৃতি দি আজীৱন পেন্সন দিয়াত আনন্দ পাইছো। বাকী যোগ্যসকলেও স্বীকৃতি পাব বুলি আশা কৰিলো। পূৰ্ব্বঘোষিত গোহাঞি বৰুৱা বটাও হয়তো সোনকালে দিব।

আমি আশা কৰিছো ৰাইজৰ আৰু চৰকাৰৰ পূৰ্ণ সহযোগত আমাৰ আৱশ্যকীয় ধন সংগ্ৰহ হব আৰু আমি ৰাইজৰ আশীৰ্ব্বাদ মূৰত লৈ কামত আগবাঢ়িব পাৰিম।

বন্ধুসকল, আৰু বেছি সময় মই আপোনালোকক আমনি

দিব খোজা নাই। অতপৰে মই আপোনালোকৰ আগত কেইটামান মৌলিক কথা দাঙি ধৰিবলৈ চেষ্টা কৰি আছিলো; আমাৰ জাতীয় জীৱনৰ অতিশয় সংকটময় বৰ্ত্তমানৰ অৱস্থাটোৰ প্ৰতি আপোনাসৱৰ মনোযোগ আকৰ্ষণ কৰি, জাতীয় জীৱনৰ চৈতন্য উদ্বুদ্ধ কৰাৰ পথ বিচৰাৰ প্ৰয়াস কৰিছিলো। সংকটাপন্ন অৱস্থাত ব্যক্তিগত জীৱনত যেনেকৈ নৈৰাশ্য, অস্থিৰতা আৰু দুৰ্ব্বলতা আহি পৰে; তেনেকৈয়ে সদৃশ অৱস্থাত জাতীয় জীৱনতো নৈৰাশ্য আৰু দুৰ্ব্বলতা জন্মে। তেনেকুৱা নিঃসহায় অৱস্থাত সাহস, শক্তি আৰু উদ্যম আনি দিয়ে অতীতৰ অগাধ প্ৰাচুৰ্য্য আৰু গৰিমা সম্ভাৰে। যিবিলাক শক্তিয়ে আজি আমাৰ প্ৰাণত সঞ্চাৰ কৰিব আশা-আকাঙ্ক্ষা আৰু উদ্যম, তাৰ ভিতৰত আমাৰ উজ্জ্বল ঐতিহ্য অন্যতম। সেয়ে আজি সেই মহান অতীতক সুঁৱৰি নিজৰ মনত আৰু প্ৰাণত শক্তি পাবলৈ বিচাৰিছো।

প্ৰগতিশীল জাতি এটাৰ জীৱনত দুৰ্যোগ, সংকট আৰু নানা ধৰণৰ সংঘাত আহি পৰাটো অস্বাভাৱিক একো নহয়। যুগে যুগে পৃথিবীৰ সমস্ত জাতিয়েই নানা সংকটৰ সন্মুখীন হৈছে আৰু সেই সংকটাপন্ন অৱস্থাৰ মাজতেই ফুটি উঠিছে তেওঁলোকৰ শক্তি, ধৈৰ্য্য, বুদ্ধিমত্তা, আত্মচেতনা আৰু দেশাত্মবোধ। আমাৰ দেশ ভাৰতবৰ্ষতো যুগে যুগে অধৰ্ম্মৰ অভ্যুত্থান হৈয়ে আছে আৰু যুগে যুগে হাজাৰ হাজাৰ নৰ-নাৰীয়ে আনকি আত্মবলি দিও অধৰ্ম্মক পৰাজয় কৰি আহিছে। সেয়ে আমাৰ অতীত গৌৰৱ। আমাৰ প্ৰকৃতিৰ দান, প্ৰাকৃতিক ঐশ্বৰ্য্য আৰু সম্পদ হ'ল আমাৰ ভাগ্যৰ কথা—গৌৰৱৰ নহয়। আমি গৌৰৱ কৰিব পাৰোঁ আমাৰ নিজৰ শক্তি, বুদ্ধি আৰু পৰকাষ্ঠাক লৈ, আমাৰ দেশাত্মবোধক লৈ—আমাৰ স্বাৰ্থত্যাগক লৈ। আমাৰ অসম দেশৰ ক্ষেত্ৰতো সেই একে কথা। আমি এমুঠি মানুহে ইয়াত বাস কৰো। নানা ঠাইৰ পৰা সভ্যতা-কৃষ্টিৰ বহণ লৈ, বিভিন্ন সময়ত এইখন দেশলৈ মানুহ আহিল



আৰু আজিও আহি আছে। এই আটাইবোৰ মানুহ মিলি, আটাই-বোৰ সভ্যতাৰ বহণ সানি, আটাইবোৰ ভাষা-কৃষ্টিৰ মাধুৰিমা সাৰটি লৈ, আম এইখন দেশত বাস কৰো—যিখন দেশ আমাৰ মনোৰমা আমাৰ বাবে পয়োভৰা।

যি পথেৰে আজি হাজাৰ বছৰ আগেয়ে, অথবা মাত্ৰ এশ বছৰ আগেয়ে, আমি নানাভাৱে পৰ্য্যটন কৰি এই মাটি পালোহি, সেই পথ অতি প্ৰাচীন, অতি দূৰ, আমাৰ বাবে সি নিশ্চিহ্ন হৈ গৈছে। সেই পথৰ কথা ভাবি আজি আৰু দুখ, সন্তাপ কৰাৰ অৰ্থ নাই, হেতু নাই। আমাৰ আগত যি আছে, সেই মাটি আমাৰ মাটি। সেই মাটিৰ সমস্ত ধন আমাৰ, সেই মাটিৰ ৰস আমাৰ, সেই মাটিৰ গোন্ধ আমাৰ। সেই মাটিয়ে আমাক জীয়াই ৰাখিছে, সেই মাটি আমাৰ আশ্ৰয়। আমি আজি সেই মাটিৰেই বন্দনা কৰিম। এইখন দেশৰ — এই মাটিৰ যদি ধ্বংস হয়, তেন্তে ধ্বংস হম আমি—ধ্বংস হব আমাৰেই সতি-সন্ততি। আৰু যদি আমাৰ এই দেশখন সমৃদ্ধ হয়, তেনে সমৃদ্ধ হ'ম আমি, সমৃদ্ধি হব আমাৰ সতি-সন্ততি।

অথচ সমৃদ্ধিসম্ভৱা দেশখন আমাৰ আগতেই পৰি আছে। আমাৰ শক্তিবোৰ যিমানে পৰস্পৰ আত্মঘাতী হব, সিমানে সম্পদ-বোৰ আমাৰ পৰা আঁতৰি যাব আৰু যিমানে আমাৰ শক্তিবোৰ পৰস্পৰ মিলিত হব, সিমানে আমাৰ সম্পদবোৰ আমাৰ কৰায়ত্ব হব। আমাৰ ভিতৰতে নানা ৰকমৰ বৈষম্য আছে। বৈষম্য আছে বুলিয়েই আমি অসম। বৈষম্য আমাৰ দুৰ্ব্বলতা নহয়, সিয়েই আমাৰ শক্তিৰ উৎস।

আমি মিলিত হলে আমাৰ পৰাজয় নাই। মিলিত হলে আমি মহান, আমি শক্তিমান। প্ৰগাঢ় নিষ্ঠাৰে যদি আমি দেশখনক ভাল পাওঁ, তেনে আমাৰ ক্ষুদ্ৰতা দূৰ হব আৰু আমাৰ দেশৰ ভৱিষ্যত উজ্জ্বল হৈ উঠিব। আজি এই শুভ মুহূৰ্ত্তত মই প্ৰাৰ্থনা

কৰিছোঁ, আমাৰ সহৃদয় মিলন হওক, আমাৰ মনৰ ক্ষুদ্ৰতা আঁতৰ হওক, আমাৰ দেশ জয়ী আৰু সমৃদ্ধ হওক, আমাৰ ভাষা জননীৰ জয় আৰু সমৃদ্ধি হওক, আমি এটা সমুজ্জ্বল ভৱিষ্যতৰ অৰ্থে আত্মত্যাগ কৰি নিজে ধন্য হওঁ।

ওঁ সহ নাববতু সহ নৌ ভুনক্তু সহ বীৰ্যং কববাৱহৈ।
তেজস্বি নাৱধীতমস্তু মা বিদ্বিষাৱহৈ ॥
সৰ্বে ভবন্তু সুখিনং সৰ্বে সন্তু নিৰাময়াঃ
সৰ্বে ভদ্ৰাণি পশ্যন্তু মা কশ্চিদ্দঃখ ভাগ্ ভবেৎ ॥
ওঁ শান্তিঃ, শান্তিঃ শান্তিঃ ॥

শ্ৰীগিৰিধৰ শৰ্মা
২৮ মাঘ, ১৮৯৪ শকাব্দ
দেওবাৰ
শুক্লা মহানন্দা নৱমী

# আলোচনাচক্ৰৰ সভাপতিৰ ভাষণ

শ্ৰীছগনলাল জৈন

অসম সাহিত্য সভাৰ চত্বাবিংশ অধিবেশন উপলক্ষত আয়োজিত আজিৰ এই আলোচনা চক্ৰৰ উদ্বোধক পৰম শ্ৰদ্ধেয় শ্ৰীদিবাকৰ গোস্বামীদেৱ, ইয়াত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ আমন্ত্ৰিত হৈ অহা সুধীবৃন্দ, উপস্থিত সাহিত্যসেৱী আৰু সাহিত্যপ্ৰেমী বন্ধুসকল, তথা অসম সাহিত্য সভাৰ অনুৰাগী শ্ৰদ্ধেয় ৰাইজ!

আপোনালোকলৈ জয়-জয়তে মই মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ—আজিৰ আলোচনা চক্ৰৰ সভাপতিৰূপে এই অভাজনক ইয়াত উপস্থিত হোৱাৰ সুযোগ দিয়াৰ বাবে। এনেহেন বিজ্ঞ, শিক্ষিত উচ্চ খাপৰ শ্ৰোতাসমূহৰ মাজত বহিবলৈ পোৱাই সৌভাগ্যৰ কথা। তেনে সভা এখনৰ সভাপতিত্ব কৰিবলৈ যোৱাটো মোৰ পক্ষে ধৃষ্টতাৰ বাহিৰে আইন কি হব পাৰে? কিন্তু দেখিছোঁ আপোনালোকৰ মৰমেই মোক সেই ধৃষ্টতা কৰিবলৈ বাধ্য কৰিছে। সেই মৰমৰ ওপৰতে ভাৰসা কৰি মই এই গুৰু দায়িত্ব বহন কৰিবলৈ আগবাঢ়ি আহিছোঁ—আপোনালোকৰ সম্পূৰ্ণ সহায়-সহযোগ পাম বুলি আশা কৰি।

আমাৰ আলোচনাৰ বিষয় হৈছে—"বৰ্ত্তমান সমাজ ব্যৱস্থাত সাহিত্যিকৰ ভূমিকা।" মোৰ বোধেৰে সমাজ ব্যৱস্থাত সাহিত্যিকৰ 'স্থান'হে হব পাৰে, 'ভূমিকা' নহয়। সমাজ গঠনতহে তেওঁৰ ভূমিকা থাকিব পাৰে। সি যিকি নহওক, আমাৰ আলোচ্য বিষয়ত এই দুয়োটা অৰ্থকে আমি সামৰি লব লাগিব।

আলোচনা চক্রৰ সভাপতি হোৱা হেতুকে মই পোনপটীয়াকৈ চক্রৰ ভিতৰলৈ সোমাব নোখোজোঁ। কেৱলমাত্র এই চক্রৰ পৰিধি নির্দ্দেশ কৰি দিয়াটোহে মই মোৰ কর্ত্তব্য বুলি ভাবোঁ—আলোচনাৰ কাম অংশগ্রহণকাৰী বিদ্বান সাহিত্যিকসকলৰ বাবে এৰি দি।

"বৰ্ত্তমান সমাজ ব্যৱস্থাত সাহিত্যিকৰ ভূমিকা"—এই বিষয়ে আলোচনা কৰা হব। প্ৰথমে আমি ভাবি চাওঁ—এই বৰ্ত্তমানটোনো কি? জগত জুৰি তোলপাৰ লগোৱা এই বৰ্ত্তমানটোৰ নিজা অস্তিত্ব কিমান ক্ষণিক, কেতিয়াবা ভাবি চাইছে নে?

দৰাচলতে অতীত আৰু ভৱিষ্যতৰহে অস্তিত্ব আছে—অস্তিত্ব, অসীম আৰু অনন্ত। এই দুটাৰ মাজৰ সন্ধিক্ষণটোৱেই হৈছে ছলাহী বৰ্ত্তমান—যি বিৰাট আড়ম্বৰপূৰ্ণ হলেও কেতিয়াও দেখা নিদিয়ে, কেতিয়াও ধৰা নিদিয়ে। নিতৌ অসংখ্য সময়-কণিকা ভৱিষ্যতৰ গহ্বৰৰ পৰা ওলাই ক্ষন্তেকৰ বাবে 'বৰ্ত্তমান'ৰূপে ভুমুকি মাৰি অতীতত লীন হৈ যাব ধৰিছে। আমি আমাৰ দৰ্কাৰ অনুযায়ী অতীতত মাৰ যোৱা ক্ষণকেতবোৰকে বৰ্ত্তমানৰ আখ্যা দিওঁহঁক। এই বৰ্ত্তমানৰ কোনো নিৰ্দ্ধাৰিত সীমা নাই, জোখকাঠী নাই। য'তে মন যায় আমি অতীতৰ পথাৰত বৰ্ত্তমানৰ খুঁটি পুতিব পাৰো।

গতিকে বৰ্ত্তমান সমাজৰ আঁতি-গুৰি বিচাৰি আমি সহজে এশ-ডেৰশ বছৰ পিছুৱায়ো যাব পাৰো; কিন্তু আমাৰ আজিৰ আলোচনাৰ বাবে বৰ্ত্তমানটোক ভাৰত স্বাধীনতা বা দ্বিতীয় মহাযুদ্ধৰ সময়ৰ সিফালে যাবলৈ নিদিয়াটোৱেই ভাল হব বুলি মই ভাবো।

এতিয়া এই সময়ছোৱাৰ সমাজ ব্যৱস্থা বুলিলে আমি কি বুজোঁ? এই বিষয়ে অলপ চিন্তা কৰা যাওক।

বহল অর্থত 'সমাজ' শব্দটোৰ অর্থ হৈছে—সম্পূর্ণ মানৱ সমাজ। ইয়াৰ ঠেক অর্থ এটাও আছে। তেতিয়া ই ভাৰতীয় জনসমাজ বা অসমীয়া ৰাইজকো বুজাব পাৰে।



মানুহৰ মন আৰু চিন্তাৰ দৰে সমাজো গতিশীল, পৰিবৰ্ত্তনশীল গতিশীলতাই জীৱন্ত সমাজৰ লক্ষণ। অৱশ্যে বিভিন্ন সময়ত এই গতিৰ বেগ কম-বেছি হয়। বৰ্ত্তমান সমাজে অতি ক্ষিপ্র গতিৰে নিজৰ ৰূপ সলাইছে; অতি বেগেৰে ই পৰিবৰ্ত্তনৰ পথত আগবাঢ়ি গৈছে। অতীজত যেনিবা এই গতিৰ প্রতীক আছিল গৰুগাড়ী; এতিয়া তাৰ প্রতীক হৈছে ৰ'কেট, বিমান আৰু সেই কাৰণেই বৰ্ত্তমান যুগক পৰিবৰ্ত্তনৰ যুগ—বিপ্লৱৰ যুগ বুলি অভিহিত কৰা হয়। কি সামাজিক, কি ৰাজনৈতিক, কি অর্থনৈতিক আৰু কি ধাৰ্ম্মিক—জীৱনৰ সকলো ক্ষেত্রতে আজি এক বিৰাট পৰিবৰ্ত্তনে দেখা দিছে, এক অভূতপূৰ্ব্ব বিপ্লৱৰ সূচনা হৈছে।

ইয়াৰ কাৰণ কি? এই যুগত Science আৰু Technology ৰ অভাৱনীয় উন্নতি—বিজ্ঞান আৰু কাৰীকৰী বিদ্যাৰ জীৱনৰ সকলো ক্ষেত্রতে সম্প্রসাৰণ। ইয়াৰ ফলত আমাৰ সমাজ-ব্যৱস্থা, চিন্তাধাৰা, মূল্যবোধ, কৰ্ম্মপদ্ধতি আদি অতি দ্রুত গতিৰে নতুন ৰূপ—নতুন গঢ় লব ধৰিছে। আজিৰ মানুহে মুক্ত জীৱন—মুক্ত পৰিবেশ বিচাৰে। কোনো বাধাকে সি মানিবলৈ প্রস্তুত নহয়। সি সকলোৰে লগত সমতা আৰু সকলো ধৰণৰ সুখ-সুবিধাও পাব খোজে; কিন্তু বৰ্ত্তমানৰ সমাজ-ব্যৱস্থাই তাক সেইখিনি দিব নোৱাৰে। যিখিনি দিয়ে সেইখিনি কেতিয়াবা সি বিচৰা জোখাৰে নহয়—কেতিয়াবা আকৌ সি বিচৰা ধৰণৰ নহয়! গতিকে সমাজত কেউপিনে এটা অসন্তুষ্টিৰ ভাব, এটা নিৰাশাৰ ভাব দেখা যায়। সেই কাৰণেই সমাজৰ বৰ্ত্তমান ব্যৱস্থা আৰু অৱস্থাৰ বিৰুদ্ধে মানুহৰ মনত ইমান বিক্ষোপ—এনে বিদ্রোহ।

মানুহে গঢ়া সামাজিক ব্যৱস্থাসমূহে তাৰ মন আৰু আশা-আকাঙ্খাৰ লগত খোজ মিলাই অগ্রসৰ হব পৰা নাই। ৰাজনীতি, অর্থনীতি, সমাজনীতি বা জীৱনৰ অন্যান্য বিধিব্যৱস্থাসমূহ মানুহৰ কল্পনা আৰু আদৰ্শতকৈ এতিয়াও বহুত পিচপৰা আৰু এইবোৰ

যে কেতিয়াবা তাব মনোনুৰূপ হব পাবিব, তাবো আশা কম। কিয়নো গধূৰ সমাজ-ব্যৱস্থাই মানুহৰ পাতল মনৰ লগত কেতিয়াও ফেব মাৰিব নোৱাৰে। গতিকে অসন্তুষ্টি মানুহৰ চিৰলগৰীয়া হৈয়ে ৰব আৰু ইয়াৰ মাজেদিয়ে, অথবা ইয়াক আলম কৰি লৈয়ে সি নিজৰ বিকাশ সাধন কৰিব লাগিব। সমাজ-ব্যৱস্থাৰ প্ৰতি এই অসন্তুষ্টিয়েই জানো তাৰ কৰ্ম্ম-প্ৰেৰণাৰ উৎস নহয়?

এই সমাজ-ব্যৱস্থাৰ ওপৰত বিশেষভাৱে প্ৰভাৱ পেলোৱা বৰ্ত্তমান সামাজিক অনুষ্ঠান আৰু চিন্তাধাৰাকেইটিমানৰ বিষয়েও চুআমাৰ কোৱাৰ দৰ্কাৰ আছে।

মানুহে আজি ৰাজনীতিক একেবাৰে বাদ দি চলিব নোৱাৰে। জীৱনৰ প্ৰত্যেক কামতে, প্ৰত্যেক ক্ষেত্ৰতে ইয়াৰ দখল আছে। আমি কিমান চাউল খাব লাগে, কেতিয়া পঢ়া আৰম্ভ কৰিব লাগে, কি ভাষাৰ মাধ্যমত শিক্ষা গ্ৰহণ কৰিব লাগে, কেতিয়া বিয়া কৰাব লাগে, কিমান সন্তান ওপজাব লাগে, কিমান ধন উপাৰ্জ্জন কৰিব লাগে, কিমান সম্পত্তি ৰাখিব লাগে ইত্যাদি জীৱনৰ সকলো কাম আৰু সকলো দিশ্ ৰাজনীতিৰ দ্বাৰা পৰিচালিত শাসনতন্ত্ৰইহে নিয়ন্ত্ৰণ কৰে। গতিকে এনেহেন সৰ্ব্বব্যাপী সৰ্ব্বশক্তিসম্পন্ন অনুষ্ঠান এটাৰ প্ৰতি আজিৰ মানুহে উদাসীন হৈ থাকে কেনেকৈ? সেই কাৰণে ৰাজনৈতিক শাসনতন্ত্ৰৰ ৰূপ, অধিকাৰ, কৰ্ত্তব্য আদি নিৰ্দ্ধাৰণ কৰাত সি সক্ৰিয় ভূমিকা লয় আৰু লব খোজে। ইয়াৰ ফল-স্বৰূপেই বিভিন্ন দেশত বিভিন্ন ধৰণৰ শাসনতন্ত্ৰৰ উদ্ভৱ হৈছে।

আধুনিক যুগ বিপ্লৱ, বিজ্ঞান, যান্ত্ৰিকতা, পৰিবৰ্ত্তন আৰু অসন্তুষ্টিৰ যুগ হোৱাৰ লগে লগে, ই জনসাধাৰণৰো যুগ। সেই-কাৰণেই গণতান্ত্ৰিক বা সমাজতান্ত্ৰিক শাসন ব্যৱস্থাৰ প্ৰতি ইয়াৰ ইমান আগ্ৰহ! আমাৰ দেশতো গণতান্ত্ৰিক শাসনপদ্ধতিয়ে চলিছে, যাৰ লক্ষ্য দেশত সমাজবাদ স্থাপন কৰা। এইটো সঁচা যে, সমাজগত আৰু পৰিস্থিতিগত কিছুমান দুৰ্ব্বলতাৰ কাৰণে বৰ্ত্তমান



শাসনতন্ত্ৰয়ো এই দেশৰ বাইজৰ আশা-আকাঙ্ক্ষা পূৰণ কৰিব পৰা নাই। 'গৰিবী', 'বেকাৰী' আদি সমস্যাবোৰ এতিয়াও আগৰ দৰেই আছে; আৰু বহু নতুন নতুন সমস্যাৰ উদ্ভৱ হৈছে।

বৰ্ত্তমান সমাজ-ব্যৱস্থাক বিজ্ঞান টেক্‌নোল'জিয়ে বাৰুকৈ প্ৰভাৱান্বিত কৰিছে। আমাৰ ভৌতিক আৰু আৰ্থিক উন্নতিত বিজ্ঞানে যথেষ্ট অৰিহণা যোগাইছে, ইয়াত কোনো সন্দেহ নাই। এই যুগৰ বাস্তৱবাদী, প্ৰয়োজনধৰ্ম্মী, বৌদ্ধিক দৃষ্টি বা সংস্কৃতি এই বিজ্ঞানৰেই অৱদান। এই নতুন সংস্কৃতিৰ মূল ভেঁটি হৈছে যুগৰ এই প্ৰতীতি, এই আস্থা—যে আমাৰ সকলো সমস্যাৰ সমাধান বিজ্ঞান আৰু কাৰী-কৰী জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰে। অৱশ্যে আমাৰ সমস্যা যদি কেৱল ভৌতিক আৰু আৰ্থিকেই হয়, তেনেহলে বিজ্ঞানৰ এই দাবী সম্পূৰ্ণ মিছা নহয়।

কিন্তু এটা প্ৰশ্ন হয়—কেৱল ভৌতিক সুখ-সুবিধাপ্ৰাপ্ত কৰাই জানো আমাৰ জীৱনৰ একমাত্ৰ লক্ষ্য? আৰ্থিক প্ৰক্ৰিয়াৰ বাহিৰে জানো জীৱনৰ আৰু কোনো সাৰ্থকতা নাই?

বৰ্ত্তমান যুগত কেৱল ধন-ধান আৰু সুবিধা অৰ্জ্জন কৰি সুখ-শান্তিৰ সপোন দেখা মানৱ-সমাজৰ অৱস্থা বা দুৰৱস্থালৈ চালেই এই প্ৰশ্নৰ উত্তৰ আহি পৰে। আধুনিক বিজ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত আজিৰ ঔদ্যোগিক যান্ত্ৰিকতাই মানুহক সকলো ক্ষেত্ৰতে যন্ত্ৰ আৰু মেছিনত পৰিণত কৰি তুলিছে। মানুহৰ নিজস্ব ব্যক্তিত্ব আৰু চেতনা শক্তিও লাহে লাহে লোপ পাই যাব ধৰিছে।

আধুনিক যুগৰ তিনিগৰাকী মনীষীৰ যুগান্তকাৰী ভাবধাৰাই মানুহক এই নতুন পথত আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগালে। সেই মনীষীসকল হল—ডাৰৱিন, ফ্ৰইড আৰু কাৰ্লমাৰ্ক্স।

ডাৰৱিনে কলে—মানুহ বান্দৰৰ বংশধৰ। সি দেৱত্বৰ উত্তৰা-ধিকাৰী নহয়, পশুত্বৰহে উত্তৰাধিকাৰী। ফ্ৰইডে কলে—যৌনস্পৃহাই মানুহৰ ঘাই স্পৃহা—কৰ্ম্ম প্ৰেৰণাৰ প্ৰধান উৎস। তেওঁ আৰু কলে

যে, মানুহৰ প্ৰকৃত মুক্তিদাতা হৈছে বিজ্ঞান, ধৰ্ম্ম বৈজ্ঞানিক প্ৰগতিৰ পথত হেঙাৰস্বৰূপহে। কাৰ্ল মাৰ্ক্সৰ মত হ'ল—গণবিপ্লৱৰ দ্বাৰা উৎপাদনৰ সকলো সমল পুঁজিপতিৰ হাতৰ পৰা কাঢ়ি লৈ এটা শ্ৰেণীহীন সমাজ গঠন কৰিব পাৰিলেই মানৱ-সমাজৰ সকলো সমস্যাৰ অন্ত পৰিব। মাৰ্ক্সবাদৰ মতে সমাজত শ্ৰেণী-সংঘৰ্ষ অৱশ্যম্ভাৱী আৰু এই সংঘৰ্ষত পুঁজিপতিৰ ধ্বংসও অনিবাৰ্য্য।

এনেবোৰ বৈপ্লৱিক চিন্তাধাৰাৰ ফলত জীৱনৰ প্ৰতি মানুহে এটা নতুন দৃষ্টিভঙ্গী গ্ৰহণ কৰিলে। ঈশ্বৰ, কৰ্ম্মফল, ধৰ্ম্ম, স্বৰ্গ, নৰক, পাপ, পুণ্য, আত্মা—আনকি পাৰস্পৰিক নৈতিক মূল্যবিলাকতো আধুনিক মানুহৰ আস্থা নাইকিয়া হ'ল বা ক্ৰমে ক্ষীণ হৈ যাব ধৰিলে। গতিকে শৰীৰধৰ্ম্মী এই বৈজ্ঞানিক যুগৰ আধুনিক মানুহে ভালকৈ খোৱা-বোৱা, থকা-মেলা আৰু যৌন-স্পৃহা পূৰ্ণ কৰাৰ সুবিধা সংগ্ৰহ কৰাতেই জীৱনৰ সাৰ্থকতা বুলি মানি লৈছে।

বিজ্ঞান নীতি-অনীতিৰ প্ৰতি নিৰপেক্ষ। সেইদৰে মানুহেও আজি কোনো কাম কৰোঁতে নৈতিকতাৰ কথা বৰকৈ নাভাবে। কাম্য ভৌতিক লক্ষ্য পূৰ্ণ হলেই হ'ল; তাৰ বাবে কেনে উপায় অৱলম্বন কৰা হৈছে সেইটো কোনেও নাচায়। সেই কাৰণে শ্ৰেণীহীন সমাজ ব্যৱস্থা বা কোনো বিশেষ ৰাজনৈতিক মতবাদ প্ৰতিষ্ঠাৰ নামতো আজি অলেখ মানুহৰ হত্যা আৰু নৃশংস যুদ্ধ সংঘটিত হোৱা আমি দেখিছোঁ। ভিয়েৎনামৰ ঘটনাৱলীবোৰ ইয়াৰ আটাইতকৈ নতুন প্ৰমাণ।

এনে ধৰণৰ সামাজিক ব্যৱস্থা আৰু চিন্তাধাৰাৰ ফলস্বৰূপে মানুহৰ ভিতৰখন একেবাৰে দুৰ্ব্বল, খণ্ডিত, নিৰাশ আৰু কুণ্ঠিত হৈ পৰিছে যদিও দেখাত সি অতি বুদ্ধিমান আৰু শক্তিশালী। আজি ৰাজনৈতিক ক্ষেত্ৰত সুপ্ৰতিষ্ঠিত আৰু আৰ্থিক ক্ষেত্ৰত অতি সমৃদ্ধ আমেৰিকাৰ জীৱনৰ ফালে চকু দিলেই এই তথ্যৰ সত্যাসত্য ওলাই পৰে। তাৰ ভিতৰুৱা জীৱন তেনেই ছিন্ন-ভিন্ন। ব্যক্তি-স্বাধীনতাৰ নামত তাত অবাধে চলি থকা বৰ্ব্বৰতা, কামুকতা আৰু অন্যান্য কুৰুচিপূৰ্ণ অপকৰ্ম্মই কি



প্ৰমাণ কৰে ? ধন-সম্পত্তি আৰু আধুনিক সুখ-সুবিধাত সম্পন্ন আমেৰিকাত প্ৰকৃত 'সুখ-শান্তি' নাই কিয় ? কিয় তাৰ ডেকা-ডেকেৰী সকলে 'বিটেল' আৰু 'হিপ্পী' হৈ শান্তিৰ সমিধানত অনাই-বনাই ঘূৰি ফুৰিব লগা হৈছে ?

চীন, ৰুচ বা বৈজ্ঞানিক যান্ত্ৰিকতাৰ ফলত সমৃদ্ধ হোৱা পৃথিবীৰ যি কোনো দেশৰ অৱস্থা প্ৰায় এনেকুৱাই। তাতো মানুহৰ জীৱন অধিক পুষ্ট আৰু মধুৰ নহয়; তাতো নৈতিক ফালৰ পৰা মানুহ আগতকৈ অধিক শ্ৰেষ্ঠ হব পৰা নাই; তাতো বিদ্বেষ, হিংসা, বিষাদ, নিৰাশা, কুণ্ঠা আদিৰ প্ৰাধান্য জীৱনত কমা নাই।

বিজ্ঞানে দেশ-কালৰ ব্যৱধান কমাই দিছে সঁচা; কিন্তু মানুহক মানুহৰ ওচৰ চপাব পৰা নাই। আচলতে বিজ্ঞানে আমাৰ বাহ্যিক জীৱনতহে পৰিবৰ্ত্তন আনিব পাৰে, আন্তৰিক জীৱনত নহয়। বাহিৰত আজি আমি যিমানেই ডাঙৰ আৰু শক্তিশালী, ভিতৰত সিমানেই সৰু আৰু দুৰ্ব্বল। কাৰণ আজি আমাৰ জীৱন পৰিচালিত হয় 'অৰ্থ' আৰু 'কাম'ৰ দ্বাৰাহে, 'ধৰ্ম্ম' আৰু 'মোক্ষ'ৰ দ্বাৰা নহয়। এফালে 'ধৰ্ম্ম' অৰ্থাৎ নৈতিক অনুশাসন আৰু আনফালে 'মোক্ষ' অৰ্থাৎ পৰম সত্য উপলব্ধিৰ অভিলাষ—এই বেষ্টনীৰ মাজৰ পৰা ওলাই 'অৰ্থ' আৰু 'কামে' উন্মত্ত হৈ জগতৰ মঞ্চত তাণ্ডৱ নৃত্য কৰিব ধৰিছে। বিজ্ঞানো আজি ৰাজনীতিৰ মুঠিত। গতিকে সি মানৱ-ধৰ্ম্মী হব পৰা নাই—হব নোৱাৰেও।

বৰ্ত্তমান যুগ সম্পূৰ্ণৰূপে আস্থাহীন আৰু নিষ্ঠাহীন যুগ। কেৱল ধৰ্ম্ম-কৰ্ম্ম, পাপ-পুণ্য, সত্য-অসত্য আৰু ঈশ্বৰ বা মোক্ষতেই তাৰ নিষ্ঠা নাই এনে নহয়, বৰঞ্চ নিজৰ প্ৰতি, নিজৰ ভৱিষ্যতৰ প্ৰতি নিজৰ জীৱন আৰু লক্ষ্যৰ প্ৰতিও তাৰ আস্থা নোহোৱা হৈছে।

বিজ্ঞান আৰু যান্ত্ৰিকতাত পশ্চিমীয়া দেশবোৰৰ তুলনাত ভাৰত এতিয়াও বেছ পিছপৰা; কিন্তু বৰ্ত্তমানে আমিও সেই পথত দ্ৰুতগতিত আগবাঢ়ি যাব খুজিছোঁ। বেছি নালাগে দহ-বিশ

বছৰ পিছতে আধুনিকতাৰ সকলো গুণ-দুৰ্গুণৰ আমিও উত্তৰাধিকাৰী হম আৰু সেইবোৰ সমস্যা তামাৰ ইয়াতো দেখা দিব, 'ৰ'ক এণ্ড ৰ'ল আৰু টপলেচ' পশ্চিমীয়া সভ্যতা আমাৰো 'বাহিৰে ৰং চং আৰু ভিতৰে কোৰা-ভাতুৰী' বিধৰ চহকুৱা জীৱনত সোমাইছে। অৰ্থ আৰু কামৰ স্বচ্ছন্দ ক্ৰীড়াৰ বাহিৰেও সেই জীৱনত ভ্ৰষ্টাচাৰ, অনাচাৰ, ব্যভিচাৰ আদি কুকৰ্ম্মবোৰো অবাধে চলিবলৈ লৈছে।

গতিকে ভাৰতৰ বৰ্ত্তমান সমাজ ব্যৱস্থা বিশ্ব সমাজ ব্যৱস্থাতকৈ খুব বেছি বেলেগ নহয়। এই পৰ্য্যন্ত যিকণ পাৰ্থক্য আমি দেখিবলৈ পাওঁ তাকো নাইকিয়া কৰিবলৈ আমাৰ ৰাজনেতা আৰু সমাজনেতা সকল উত্ৰাৱল। অৱশ্যে এই কাৰ্য্যত তেওঁলোকে কিমান দূৰ সফল হ'ব, এতিয়াই কোৱা টান। কিয়নো, এই দেশৰ অধিক সংখ্যক জনতাই গাৱঁত বাস কৰে আৰু ভাৰতীয় ঐতিহ্য, সংস্কৃতি, ধৰ্ম্ম, ৰীতি-নীতি আদিৰ পৰা সহজতে তেওঁলোকে আঁতৰি যাব নুখোজে। মাৰ্ক্স আৰু ফ্ৰয়েড কম আকৰ্ষণীয় নহয়; কিন্তু কৃষ্ণ আৰু গান্ধী বা শঙ্কৰ আৰু মাধৱক এই দেশৰ খাঁটি মানুহে একেবাৰে উলাই কৰিব নোৱাৰে। এই দুটা শক্তিৰ মাজত সমন্বয়ৰ চেষ্টা হ'ব পাৰে, সেইটো হোৱাও উচিত। শৰীৰবাদ আৰু আত্মবাদৰ সমন্বয়ৰ পৰাহে প্ৰকৃত মানৱতাবাদৰ উৎপত্তি হ'ব পাৰে।

এনে সমাজ-ব্যৱস্থাত বা সামাজিক পৰিস্থিতিত সাহিত্যিকৰ ভূমিকা কেনে হোৱা উচিত, এই প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে সাহিত্যৰ স্বৰূপ আৰু তাৰ উদ্দেশ্য সম্পৰ্কে অলপ আলোচনা কৰিব লাগিব।

এনেয়ে বহল অৰ্থত সকলো লিপিবদ্ধ জ্ঞানকেই সাহিত্যৰ আখ্যা দিয়া হয়। ইয়াৰ মতে বৈজ্ঞানিক, দাৰ্শনিক, মনস্তাত্বিক, ঐতিহাসিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি বিষয়ৰ জ্ঞান থকা সকলো কিতাপেই সাহিত্যৰ শ্ৰেণীভুক্ত হ'ব পাৰে। বৰ্ত্তমান যুগৰ প্ৰয়োজনধৰ্ম্মী গতি-মতি চাই ধাৰণা হয় যে ভৱিষ্যতে সাহিত্যৰ



এই পৰিভাষাটোহে অধিক গ্ৰহণীয় হ'ব। তথাপি সাধাৰণতে উপন্যাস, গল্প, নাটক, কবিতা আদি সৃষ্টিমূলক ৰচনাকহে 'সাহিত্য' বুলি ধৰা হয়। এই সাহিত্যহে আচলতে সমাজ আৰু জীৱনৰ অভিব্যক্তি। ব্যক্তিগত প্ৰতিভা আৰু সামাজিক চেতনাৰ সংযোগত এনে সাহিত্যৰ সৃষ্টি হয়।

মেথিউ আৰ্নল্ডে কোৱাৰ দৰে সাহিত্যই কেৱল জীৱনৰ সমালোচনাই নকৰে, ই শ্ৰেষ্ঠতৰ জীৱনৰ বাবে প্ৰেৰণাও যোগায়। বৰ্ত্তমান জীৱনৰ ব্যাখ্যাৰ লগতে তাত আমি ভৱিষ্যত জীৱনৰ কাল্পনিক ছবিও দেখা পাওঁ। গতিকে শ্ৰেষ্ঠ আৰু প্ৰকৃত সাহিত্য কেতিয়াও উদ্দেশ্যবিহীন হ'ব নোৱাৰে। বৰ্ত্তমান সমাজত থকা দুঃখ-দৈন্য, বিষাদ-নিৰাশা, অভাৱ-অভিযোগ আদি দূৰ কৰি তাৰ ঠাইত যথাসম্ভৱ সুন্দৰ, সুখময়, শান্তিপূৰ্ণ সমাজ এটা গঠন কৰাই সাহিত্যৰ মূল উদ্দেশ্য। নিপুণ সাহিত্যিকে জীৱনৰ নগ্ন আৰু বাস্তৱ চিত্ৰৰ মাজেদিয়ে সুন্দৰতৰ- শ্ৰেষ্ঠতৰ জীৱনৰ ইঙ্গিত দি সেইফালে আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগায়। আজিৰ সাহিত্য কেতিয়াও 'স্বান্তঃ সুখায়' বা 'আত্মনেপদী' হ'ব নোৱাৰে; সি 'বহুজন হিতায়', 'বহুজন সুখায়' আৰু 'পৰস্মৈপদী'হে হ'ব লাগিব।

গতিকে সাহিত্য জীৱনৰ কেৱল অনুকৃতি বা পুনৰ্নিৰ্ম্মিতিয়ে নহয়, ই জীৱনৰ ক্ষতিপূৰ্তিও। আমাৰ জীৱন কেনেকুৱা, মাত্ৰ সেইখিনি দেখুৱাই দিয়াই তাৰ উদ্দেশ্য নহয়; আমাৰ জীৱন কেনেকুৱা হোৱা উচিত—তাৰো ইঙ্গিত প্ৰকৃত সাহিত্যই দিব লাগিব। সেই কাৰণে দৈনন্দিন জীৱনত ঘটা ঘটনাৰ বাহিৰেও যি সাহিত্যত আমাৰ ভৱিষ্যত জীৱনৰ আশা-আকাঙ্ক্ষা আৰু সংকল্পও প্ৰতিফলিত হয়, সেই সাহিত্যহে আমাৰ জীৱনৰ আচল সাহিত্য। জীৱনৰ তীব্ৰ অনুভূতিৰ লগতে এনে সাহিত্যই আমাক সৃজনৰ আগ্ৰহ, সত্যৰ পোহৰ, সৌন্দৰ্য্যৰ আনন্দ দিয়ে। এনে ভৱিষ্যধৰ্ম্মী সাহিত্যহে কালজয়ী—অমৰ সাহিত্য হ'ব পাৰে। এনে সাহিত্যৰ সৃষ্টি

সমাজক 'ভাল লগার'ৰ কাৰণে নহয়; সমাজক 'ভাল কৰিব'ৰ কাৰণেহে হয়; কিন্তু সমাজে সাধাৰণতে 'মঙ্গল' নহয়, 'মজা'হে বিচাৰে—'শ্ৰেয়'তকৈ 'প্ৰেয়'হে বেছি ভাল পায়।

এই কাৰণে আজিৰ সচৰাচৰ সাহিত্যিকে সমাজক বিলাস আৰু সস্তীয়া আনন্দৰ সামগ্ৰীয়ে যোগায়। সৰ্ব্বসাধাৰণৰ ভৱিষ্যত সম্পৰ্কে এওঁলোক একেবাৰে উদাসীন; কেৱল নিজৰ তাৎকালিক আৰ্থিক লাভ আৰু যশৰ বাবেই লিখিবলৈ লয়, সমাজেও নিজৰ বিকৃত সৌন্দৰ্য্যবোধ আৰু ৰুচিৰ কাৰণে এনে সাম্প্ৰতিক সস্তীয়া সাহিত্য উপভোগ কৰি ভাল পায়। কিন্তু ইয়াৰ ফল আৰু পৰিণতি ভাল নহয়। সমাজ সুন্দৰৰ ফালে গতি নকৰি কদৰ্য্যতাৰ ফালেহে আগবাঢ়ি যায়।

আমি সমসাময়িক জীৱনক অস্বীকাৰ কৰিব নোৱাৰোঁ সঁচা! কিন্তু ইয়াৰ দুৰ্ব্বলতা আৰু কদৰ্য্যতাখিনিক আনন্দ মনেৰে আঁকোৱালি লোৱাটোও জানো যুগুত? গতিকে বিজ্ঞান আৰু ধৰ্ম্ম, শৰীৰ আৰু আত্মা, পূব আৰু পশ্চিমৰ সমন্বয়ৰ ভেঁটিত এটা নতুন ভাৰতীয় সংস্কৃতি আমি গঢ়ি তুলিব লাগিব। পদাৰ্থতকৈ যে মানুহৰ মূল্য বেছি, এই কথা সদায়ে আমি মনত ৰাখিব লাগিব। তেতিয়াহে আমাৰ সাহিত্য, আমাৰ সংস্কৃতি আৰু আমাৰ সকলো কাম-কাজ মানৱধৰ্ম্মী হৈ উঠিব। শৰীৰৰ যে মহত্ব নাই—এনে কথা নহয়; কিন্তু আত্মা অবিহনে সি নিষ্প্ৰাণ—ব্যৰ্থ। আকৌ ঠিক তেনেকৈয়ে শৰীৰ অবিহনে আত্মাও নিৰাধাৰ, নিৰৰ্থক। গতিকে এনে এটা দৃষ্টিহে শ্ৰেষ্ঠ জীৱন-দৰ্শন হব—যি শৰীৰ আৰু আত্মাৰ—জড় আৰু চৈতন্যৰ সমানে বিকাশ সাধন কৰি এটা সুস্থ, সুন্দৰ পৃথিৱী গঢ়ি তোলাত সহায় কৰিব পাৰে। এফালে নৈতিক মূল্যবোধৰ দ্বাৰা আমি বিজ্ঞানক নিয়ন্ত্ৰিত কৰিব লাগিব, আনফালে বৈজ্ঞানিক চিন্তাধাৰাৰ দ্বাৰা আমি ধৰ্ম্মৰো সংস্কাৰ সাধন কৰিব লাগিব তেতিয়াহে আমি এটা পূৰ্ণাঙ্গ সমাজব্যৱস্থা দেখিবলৈ পাম, য'ত



সত্য, শিৱ আৰু সুন্দৰৰ সমন্বয় ঘটিব পাৰিব।

নিৰস, কাঁইটীয়া কেক্‌টাছে আধুনিক সভ্যতাৰ প্ৰতীকস্বৰূপে আমাৰ ফুল-দানীত সোমাবলৈ যত্ন কৰিছে; কিন্তু সেইটো হবলৈ দিব নোৱাৰি। অৰণ্যে এতিয়া তাত আমি আমাৰ গোলাপ বা কপৌ-ফুলৰ লগতে ধান আৰু ঘেঁহুৰ এটা থোকা ৰাখিবলৈও শিকিব লাগিব। ৰুটি বা ভাতৰ লগত সংস্কৃতিৰ সংযোগ! এইটোহে প্ৰকৃত যুগধৰ্ম্ম হব ।

উল্লিখিত সামাজিক পৰিস্থিতি বা সমাজ-ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত এজন দায়িত্বশীল প্ৰগতিবাদী সাহিত্যিকৰ ভূমিকা কেনে হোৱা উচিত, তাক সহজে অনুমান কৰিব পাৰি।

সাহিত্যিকসকল মানৱ সমাজৰ সাংস্কৃতিক প্ৰহৰী, অগ্ৰদূত, সচেতক আৰু ভৱিষ্যদ্ৰষ্টা। আধুনিক যুগৰ সকলো দোষ-দুৰ্গুণৰ প্ৰতি সমাজক সাৱধান কৰি দি নতুন জীৱন, নতুন যুগৰ সন্ধান দিয়াই তেওঁলোকৰ কৰ্ত্তব্য।

সাধাৰণতে সাহিত্যৰ সৃষ্টি ৰাষ্ট্ৰীয় ভেঁটিতেই হয়; কিন্তু ৰাষ্ট্ৰীয় সাহিত্য সদায়ে বিশ্বসাহিত্যৰূপে পৰিগণিত হব পাৰে। গেটে, টলষ্টয়, ডাণ্টে, চেক্সপিয়াৰ, কালিদাস, বাল্মীকি, ৰবীন্দ্ৰনাথ আদি সাহিত্যিকসকলেই ইয়াৰ প্ৰমাণ।

ভাৰতীয় সমাজ-ব্যৱস্থাৰ কিছুমান সুকীয়া সমস্যাও আছে, যেনে বেকাৰী, গৰিবী, অশিক্ষা, প্ৰাদেশিকতা, ভাষা-বিবাদ, ঔদ্যোগীকৰণ, জনসংখ্যা বৃদ্ধি, মূল্য বৃদ্ধি, চোৰাং বজাৰ, বিভিন্ন ধৰণৰ ভ্ৰষ্টাচাৰ ইত্যাদি। এইবিলাকৰ প্ৰতিও এই দেশৰ সাহিত্যিক সদায় সজাগ হৈ থাকিব লাগিব।

তলখাপৰ কুৰুচিপূৰ্ণ কিতাপ-পত্ৰৰ প্ৰচাৰ আৰু প্ৰভাৱ কেনেকৈ ৰুদ্ধ কৰিব পৰা যায়, সেই বিষয়েও সাহিত্যিকসকলেই চিন্তা আৰু চেষ্টা কৰিব লাগিব। কিয়নো, পবিত্ৰ আৰু শ্ৰেষ্ঠ সাহিত্যইহে আদৰ্শ সমাজ গঠন কৰিব পাৰে। বায়ু, পানী, আহাৰ, পৰিবেশ আদি শুদ্ধ ৰখাৰ বাবে আমি যিমান ব্যগ্ৰ, তাতোকৈ বেছি ব্যগ্ৰ

হব লাগিব আমাৰ সাহিত্যিক দূষিত হোৱাৰ পৰা ৰক্ষা কৰাৰ কাৰণে ।

সাহিত্যিকসকলে যদি এই সময়তে সাৱধান নহয় তেনেহলে তেওঁলোকৰ নিজৰ ভৱিষ্যতেই নাথাকিব যেন লাগে। টাফ্‌লাৰৰ এই উক্তি একেবাৰে দলিয়াই পেলাব লগীয়া নহয়, যে "মুদ্রিত শব্দৰ আকৰ্ষণ ত্ৰিশ্ বছৰৰ বেছি আৰু থাকিব নোৱাৰে।" বৰ্ত্তমান বৈজ্ঞানিক যুগৰ প্ৰয়োজনধৰ্ম্মী সংস্কৃতিয়ে কোনো বস্তুৰ মূল্য তাৰ প্ৰয়োজন অনুসাৰেহে নিৰ্দ্ধাৰণ কৰে। টেলিভিচন, ৰেডিঅ', চিনেমা, ছবি-আলোচনী আৰু সদৌ শেষত সৰু সৰু পকেট বুকৰ ক্ৰমবৰ্দ্ধমান জনপ্ৰিয়তাই ইয়াকেই সুস্পষ্টভাৱে জানো যে কিতাপ পঢ়িবৰ ধাউতি মানুহৰ লাহে লাহে কমি আহিছে ? কিতাপৰ প্ৰয়োজনো যদি থাকে, তেন্তে বিজ্ঞান আৰু কাৰীকৰী জ্ঞানৰ কিতাপৰহে থাকিব আৰু এইবোৰো যদি কম্প্যুটাৰৰ সহায়ত নিৰ্ম্মিত হয় ? তেতিয়া সকলো শেষ হব! লিখক হিচাপে মানুহৰ কোনো মূল্যই নাথাকিব!

আপোনালোকে জানে? অতিযান্ত্ৰিক দেশবোৰত এই প্ৰশ্ন আজি প্ৰায়েই তোলা হয়—"সমাজত থকা প্ৰয়োজনহীন লোকৰ কি ব্যৱস্থা কৰা যায়?" এই প্ৰয়োজনহীন লোকৰ শ্ৰেণীত পৰে —অৱসৰপ্ৰাপ্ত বৃদ্ধ, অপঙ্গ, লেখক, কবি, চিত্ৰকাৰ, দাৰ্শনিক আদি। কিয়নো টকা-পইচা, ডলাৰ বা পাউণ্ডেৰে জুখি চালে এওঁবিলাক মূল্যহীন; গতিকে অপ্ৰয়োজনীয়। এতেকে সৃষ্টি-ধৰ্ম্মী সাহিত্যিকৰ এই পৰিবেশত মূল্য লাহে লাহে পৰি যোৱাটো অস্বাভাৱিক নহয়।

এই জীৱনঘাতী চিন্তাধাৰাৰ বিৰুদ্ধেও আজিৰ সাহিত্যিকে কলমৰূপী খড়্গ হাতত লৈ নিজক আৰু সমাজক ৰক্ষা কৰিব লাগিব।

অসমৰ সাহিত্যিকসকলে আগেয়ে উল্লেখ কৰা সমস্যাবোৰৰ বাহিৰে অসমীয়া ভাষাৰ মৰ্য্যাদা ৰক্ষা কৰি তাৰ পুষ্টি সাধন কৰাৰ দায়িত্বও বহন কৰিব লাগিব। ভাষাৰ অভিব্যঞ্জনা শক্তি বৃদ্ধি কৰিব পাৰিলেহে বৰ্ত্তমান জীৱনৰ বিভিন্ন দিশ্ আৰু জ্ঞান-বিজ্ঞানৰ



উপযুক্ত অভিব্যক্তি তাৰ দ্বাৰা সম্ভৱ হব। সাহিত্যৰো একমাত্ৰ বাহন ভাষাহে। গতিকে ইয়াৰ উন্নতিৰ লগত সাহিত্যৰ উন্নতিও জড়িত আছে।

বন্ধুসকল! বৰ্ত্তমান সমাজ-ব্যৱস্থাত সাহিত্যিকৰ ভূমিকা কেনে হোৱা উচিত—এই বিষয়ে বিষদ আলোচনা আজি এই আলোচনা-চক্ৰত অংশগ্ৰহণকাৰী সুধীসকলেহে কৰিব। মই মাত্ৰ বিষয়টোৰ লগত আপোনালোকক পৰিচিত কৰি দিবৰ চেষ্টা কৰিলোঁ। কোনো মতবাদৰ পক্ষে বা বিপক্ষে মোৰ নিজৰ কোনো পূৰ্ব্বাগ্ৰহ নাই; কিন্তু এইটো মোৰ দৃঢ় বিশ্বাস যে সাহিত্য, সংস্কৃতি, ধৰ্ম্ম বা জীৱন সম্বন্ধে আজিলৈকে যিমানবোৰ মতবাদৰ উদ্‌ভাৱন হৈছে, সিবোৰৰ এটাও পৰিপূৰ্ণ নহয়। সকলোৰে পৰা 'শ্ৰেষ্ঠ'খিনিলৈ সমন্বয়ৰ দ্বাৰাহে প্ৰকৃততে উপাদেয়, কল্যাণকামী, প্ৰগতিশীল জীৱনদৃষ্টি পাব পাৰি। প্ৰগতিশীল সাহিত্য বা প্ৰগতিশীল দৃষ্টি কেতিয়াও আমঠ আৰু গোড়া হব নোৱাৰে। যুগধৰ্ম্ম অনুযায়ী পৰিবৰ্ত্তনৰ কাৰণে সদায় সাজু থকাটোৱেই প্ৰগতিশীলতাৰ লক্ষণ। মুকলি মনেৰে নতুন দৃষ্টি, নতুন চিন্তা, নতুন ভাবধাৰা আৰু নতুন সত্যক যি গ্ৰহণ কৰিব নোৱাৰে, সি কেতিয়াও প্ৰগতিশীল নহয়। এই পৰিবৰ্ত্তন আৰু সমন্বয় সাধনৰ দায়িত্ব আজিৰ সাহিত্যিকেই গ্ৰহণ কৰিব লাগিব।

এনে নিৰস সাহিত্যিক বিষয় সম্পৰ্কে এনে নিৰস কথা-বোৰ অতি ধৈৰ্য্যসহকাৰে ইমান পৰে আপোনালোকে শুনা বাবে মই কৃতজ্ঞ; লগতে অসম সাহিত্য সভাৰ এই বাৰ্ষিক অধিবেশনৰ এনেহেন মহত্বপূৰ্ণ শাখা সভা এটাৰ মোক সভাপতিত্ব কৰিবলৈ দিয়াৰ বাবে মই অভ্যৰ্থনা সমিতিৰ সকলো সদস্যৰ প্ৰতি পুনৰ আন্তৰিক শলাগ আগবঢ়াইছোঁ।

সদৌ শেষত মোৰ এই অভিভাষণত বৈ যোৱা ভাষা আৰু ভাবৰ সম্ভাৱ্য সকলো ভুল-ত্ৰুটিৰ বাবে মই আপোনালোকৰ পৰা ক্ষমা খুজিছোঁ।

জয় ভাৰত!
জয় অসম!!
জয় চিৰ চেনেহী মোৰ ভাষা জননী!!!

শ্ৰীছগনলাল জৈন

# বুৰঞ্জী অধিবেশনৰ উদ্বোধনী ভাষণ

শ্ৰীহৰেন্দ্ৰ নাথ তালুকদাৰ

মাননীয় প্ৰতিনিধিবৰ্গ আৰু উপস্থিত সুধীবৃন্দ,

অসম সাহিত্য সভাৰ ৰজিয়া অধিবেশনৰ লগতে অনুষ্ঠিত হোৱা বুৰঞ্জী শাখা উদ্বোধন কৰিবলৈ পাই নথৈ কৃতাৰ্থ মানিছোঁ। বুৰঞ্জী বিষয়ত মোৰ জ্ঞান অতি সীমাবদ্ধ। তথাপি আপোনালোকে মোক এই দায়িত্ব পালন কৰিবলৈ ভাৰ দিয়াত চমুকৈ যি জানো অলপ অচৰপ কবলৈ আগবাঢ়িছোঁ। কিবা ভুল-ভ্ৰান্তি হলে সুধীসমাজে মোৰ দোষ নিজ গুণে মৰিষণ কৰিব বুলি আশা কৰিলোঁ।

অসম সাহিত্য সভাৰ মূল অধিবেশনৰ লগত বুৰঞ্জী শাখাৰ আয়োজন কৰাটো অতি সময়োপযোগী ব্যৱস্থা। সাহিত্যৰ লগত বুৰঞ্জী ওতঃপ্ৰোতভাৱে জড়িত। বুৰঞ্জী হৈছে ভাষা জননীৰ ভূষণ-স্বৰূপ। জাতিৰ জাতীয় জীৱনৰ প্ৰকৃত মানদণ্ড নিৰূপণ কৰিবলৈ বুৰঞ্জী চৰ্চ্চা নিতান্ত প্ৰয়োজন। অকল কাব্য, উপন্যাস, গল্প-প্ৰবন্ধ আদিৰে সাহিত্যৰ কলেবৰ বৃদ্ধি কৰিব নোৱাৰি। ইয়াৰ লগতে ইতিহাস, বিজ্ঞান, দৰ্শন, ৰাজনীতি, সমাজনীতি, কলা-শিল্প প্ৰভৃতি ভিন ভিন দিশত আমি সমৃদ্ধিশালী হোৱা নিতান্ত প্ৰয়োজন। প্ৰাচীন সভ্যতাৰ লগত সম্বন্ধ ৰখাটো ইতিহাস চেতনাৰ পৰিচয়। এই চেতনা সদায় জাগ্ৰত কৰি ৰাখিব পাৰিলে আমাৰ জাতিগত মিলন আৰু সাংস্কৃতিক উন্নতি গভীৰ হয়। অসমৰ প্ৰাচীন সভ্যতা সুদৃঢ়ভাৱে

জীয়াই ৰাখিবলৈ আমি বুৰঞ্জী চৰ্চ্চা কৰিবই লাগিব। অসম দেশ বহু জাতিৰ সন্মিলিত পুণ্যভূমি। ইতিহাস ৰচনা হোৱাৰ বহু দিনৰ আগৰে পৰা বিভিন্ন গোষ্ঠীৰ লোকসকলে ইয়াত বসতি কৰি আহিছে আৰু নিজ নিজ সভ্যতাৰ সঁচ সিঁচি অসমৰ বুৰঞ্জী চহকী কৰিছে। এই বৈশিষ্ট্যপূৰ্ণ বুৰঞ্জীৰ পাতে পাতে পৰ্বত-ভৈয়াম জুৰি বসবাস কৰা জাতি-উপজাতিৰ সংস্কৃতি, চিন্তাধাৰা সাঙোৰ খাই আছে। বুৰঞ্জীত থুপ খাই থকা অতীজৰ সভ্যতা হৃদয়ঙ্গম কৰোঁতে বহল দৃষ্টিভঙ্গীৰ প্ৰয়োজন। বুৰঞ্জীৰ পৰা লাভ কৰা অভিজ্ঞতা গ্ৰহণ কৰোঁতে কোনো সঙ্কীৰ্ণতা থকা অনুচিত।

অসমৰ বুৰঞ্জীৰ সুসঙ্গতভাৱে আৰু সুপৰিচালনাত গৱেষণা হোৱা উচিত। আজিও অসমৰ বহুতো প্ৰাচীন কীৰ্ত্তি অন্ধকাৰত ডুব গৈ আছে। এইবোৰ উদ্ধাৰ কৰিবলৈ আমাৰ বুৰঞ্জীবিদসকল যত্নপৰ হব লাগে। ইয়াৰ সত্যাসত্য নিৰ্ণয় কৰাত তেখেতসকলে আমাক সহায় কৰিব লাগে। তেজপুৰত থকা বামুণী পাহাৰৰ প্ৰাচীন ভাস্কৰ্য্য, দ' পৰ্বতীয়াৰ আকৰ্ষণীয় প্ৰবেশদ্বাৰ, গোৱালপাৰাৰ ওচৰৰ শ্ৰীসূৰ্য্য পাহাৰৰ অতীত বুৰঞ্জী, গোলাঘাটৰ ওচৰৰ দুমলিগড়ৰ মনোগ্ৰাহী স্থাপত্য চিহ্ন, গুৱাহাটীৰ আমবাৰীত সম্প্ৰতে আবিষ্কৃত বিভিন্ন পোৰামাটি আৰু শৈলকলাৰ নিদৰ্শনসমূহ পুৰাতাত্ত্বিক গৱেষণাৰ অমূল্য সম্পদ। এইবোৰ দেখি এতিয়াও আমি বিস্ময় মানিছোঁ। এইবোৰ প্ৰাচীনতাৰ বিষয়ে তুলনামূলক অধ্যয়নৰ আৱশ্যক। অসমৰ হাবি-বননিয়ে, গাৰেঁ-ভূঞে অসংখ্য দ'ল, দেৱালয় ধ্বংসপ্ৰাপ্ত অৱস্থাত পৰি আছে। এই কীৰ্ত্তিচিহ্নসমূহ সংৰক্ষণৰ বাবে উপযুক্ত ব্যৱস্থা লোৱা অত্যন্ত প্ৰয়োজন। সংৰক্ষণৰ বাবে ভাল আঁচনি আৰু কাৰীকৰী জ্ঞানসম্পন্ন কৰ্মীৰ প্ৰয়োজন। এইবোৰৰ অভাৱ আমাৰ এতিয়াও আঁতৰ হোৱা নাই। আমাৰ বুৰঞ্জীবিদসকলে পুৰাতাত্ত্বিক গুৰুত্বৰ ফালৰ পৰা এইবোৰ সমস্যা সমাধানত আগবাঢ়ি আহিব লাগে। এইখিনিতে আমি হেমচন্দ্ৰ গোস্বামী,



কনকলাল বৰুৱা, সূৰ্য্যকুমাৰ ভূঞা, সৰ্ব্বেশ্বৰ কটকী, পদ্মনাথ বিদ্যাবিনোদ, সোণাৰাম চৌধুৰী, বাণীকান্ত কাকতি, বিৰিঞ্চিকুমাৰ বৰুৱা, ৰাজমোহন নাথ প্ৰমুখ্যে লব্ধপ্ৰসিদ্ধ পণ্ডিতসকলক শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। এখেতসকলে অতি পৰিশ্ৰম কৰি অসমৰ অতীত স্থাপত্য, ভাস্কৰ্য্য, কলা-সংস্কৃতিৰ বিষয়ে গভীৰ চৰ্চ্চা কৰিছিল আৰু মূল্যৱান গ্ৰন্থ লিখিছিল। এইবোৰ গ্ৰন্থ যে আমাৰ পথ-প্ৰদৰ্শক তাত সন্দেহ নাই। ইয়াৰ বাহিৰেও ভালেকেইজন বিদেশী লিখকে অসমৰ বুৰঞ্জীত অৰিহণা যোগাইছে। ওৱেদ, হেমিল্টন, পেম্বাৰটন, গেইট, বাটলাৰ, ডেল্টন গৰ্ডন, ৰবিনচন, এলেন প্ৰভৃতি চাহাবসকলে তথ্যপূৰ্ণ বিবৰণীৰে ভালেমান গ্ৰন্থ লিখি আমাৰ জাতীয় বুৰঞ্জীৰ ভেঁটি কটকটীয়া কৰিছে। এখেতসকল আমাৰ নমস্য।

অসমত আৰ্য্য সভ্যতাৰ বিষয়ে কষ্টবহুল গৱেষণা চলাই কনকলাল বৰুৱাই Early History of Kamarupa ৰচনা কৰিছিল। প্ৰাচীন কামৰূপৰ বিষয়ে এইখন এখন নিখুঁত বুৰঞ্জী বুলি কব পাৰি। তামৰ ফলি, শিলালিপি, প্ৰাচীন মুদ্ৰা, হাতে-লিখা পুথি, মঠ-মন্দিৰত খোদিত প্ৰাচীন ভাস্কৰ্য্য সূক্ষ্মভাৱে পৰীক্ষা কৰি এই অমূল্য গ্ৰন্থ তেখেতে যুগুত কৰিছিল। হেমচন্দ্ৰ গোস্বামীয়ে সূৰ্য্যখৰি দৈৱজ্ঞৰ দৰং ৰাজবংশী সম্পাদনা কৰি বহুতো তথ্যগধুৰ উপাদান আমাক দি গৈছে। প্ৰাচীন অসমীয়া হাতেলিখা পুথিসমূহ গোটাই তেখেতে Descriptive Catalogue of Assamese Manuscripts যুগুত কৰিছিল। ঐতিহাসিক গৱেষণাৰ ফালৰ পৰা এইখন এখন মূল্যৱান গ্ৰন্থ। ডঃ সূৰ্য্যকুমাৰ ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ খুলি কেইবাখনো উল্লেখযোগ্য আহোম আৰু আন জাতিৰ বুৰঞ্জী যুগুত কৰি উলিয়াইছিল। অসম বুৰঞ্জী যাতে বিদেশত প্ৰচাৰ হয় তাৰ বাবে তেখেতে আপ্ৰাণ চেষ্টা চলাইছিল। অসম বুৰঞ্জী, টুংখুঙ্গীয়া বুৰঞ্জী, কছাৰী বুৰঞ্জী, জয়ন্তীয়া বুৰঞ্জী. ত্ৰিপুৰা বুৰঞ্জী, দেওধাই অসম বুৰঞ্জী প্ৰভৃতি কেইবাখনো উল্লেখ-

যোগ্য বুৰঞ্জী এখেতে বহু পৰিশ্ৰমেৰে সম্পাদনা কৰি ছপা কৰিছিল। বাণীকান্ত কাকতিৰ কায়স্থ জাতিৰ ইতিবৃত্ত আৰু Assamese Its Formation & Development দুখন অতি নিৰ্ভৰযোগ্য গ্ৰন্থ। অষ্ট্ৰিক, মঙ্গোলীয়, কিৰাট, দ্ৰাবিড়, আৰ্য্য, চিন, তিব্বত আদি জাতিৰ সংমিশ্ৰণত গঢ়ি উঠা অসমীয়া জাতিৰ বিষয়ে তেখেতে গভীৰভাৱে আলোচনা কৰিছে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ Cultural History of Assam পুথিখন পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতিৰ ওপৰত ভিত্তি কৰি লিখা এখন তথ্যবহুল সাংস্কৃতিক বুৰঞ্জী। পদ্মনাথ বিদ্যাবিনোদৰ কামৰূপ শাসনাৱলী আৰু সৰ্বেশ্বৰ কটকীৰ প্ৰাচীন অসমৰ লিপি গবেষণামূলক গ্ৰন্থ। ৰাজমোহন নাথ আৰু সোণাৰাম চৌধুৰীয়ে অসমৰ পুৰাতাত্ত্বিক গবেষণাৰ কাৰণে প্ৰয়োজনীয় বহুতো সমল দি গৈছে। ইয়াৰ বাহিৰেও বহুতো কৃতবিদ্য লিখকে অসমৰ ইতিহাস চহকী কৰি গৈছে— সকলোৰে নাম উল্লেখ কৰা সম্ভৱ নহয়। আমি মাত্ৰ কব খুজিছো, তেখেতসকলে অক্লান্ত পৰিশ্ৰম কৰি যি গবেষণাৰ কাম হাতত লৈছিল তাক আগবঢ়াই নিবলৈ আজি আমি অনুসন্ধিৎসু লোকৰ অভাৱ অনুভৱ কৰিছোঁ। আমাৰ বুৰঞ্জীবিদ, ভাষাবিদ পণ্ডিতসকলে এই বিষয়ে নিশ্চয় চিন্তা কৰিব বুলি মই আশা ৰাখিছোঁ। বুৰঞ্জীৰ ছাত্ৰসকলে এই ক্ষেত্ৰত আগভাগ ললে আমি অনেক নতুন তথ্য উদ্ঘাটন কৰিব পাৰিম, তাত সন্দেহ নাই।

আগতে কোৱা হৈছে যে অসম বহুতো বৈশিষ্ট্যসম্পন্ন জাতি-উপজাতিৰ সমন্বয়ত গঢ়ি উঠা এখন বিচিত্ৰ দেশ। অসমৰ চাৰি-সীমা আগৰ কালত যথেষ্ট বহল আছিল। মহাভাৰত, ৰামায়ণ, পুৰাণ, অমৰকোষ আদি গ্ৰন্থত অসমৰ ভৌগোলিক সীমাৰ অলেখ উল্লেখ আছে। এইবোৰৰ পৰা অসমত থকা বহুতো সৰু-বৰ ৰাজ্যৰ বিৱৰণ পাব পাৰি। বিভিন্ন তথ্য-পাতিৰ পৰা জনা যায় যে তাম্ৰ শাসনৰ যুগত কামৰূপ ৰাজ্য অতি উন্নত আছিল। ইয়াত



ভিন্ ভিন্ জাতিয়ে দেশ শাসন কৰিছিল আৰু এই দেশৰ ঐতিহ্য বৃদ্ধি কৰিছিল। আহোমসকল অহাৰ বহু দিনৰ পূৰ্বৰে পৰা অসমত মৰাণ, মটক আৰু বড়ো গোষ্ঠীৰ লোকসকলে প্ৰতাপেৰে উত্তৰ-পূব অংশৰ বিভিন্ন অঞ্চলত ৰাজ্য শাসন কৰিছিল। কোঁচ, চুটিয়া, কছাৰী প্ৰভৃতি জাতিয়ে এসময়ত মহাপৰাক্ৰমেৰে অসমত ৰাজ্য পাতি দেশ শাসন কৰিছিল।

সম্ভৱতঃ ত্ৰয়োদশ শতিকাৰ শেষৰ ফালে চুটিয়াসকলে অসমত ৰাজ্য পাতিছিল। তেওঁলোকে প্ৰায় ৩০০ শ বছৰ কাল জুৰি ৰাজপাট খাইছিল বুলি কোনো কোনোৱে কব খোজে। দুখৰ বিষয়, চুটিয়াসকলৰ বিষয়ে তথ্যপূৰ্ণ বিৱৰণ এতিয়াও ওলোৱা নাই। আহোমসকলৰ লগত চুটিয়া ৰজাৰ যুদ্ধ লাগোতে তেওঁলোক আহোমৰ সংস্পৰ্শলৈ আহে আৰু তেওঁলোকৰ কিছু বিৱৰণ আহোম বুৰঞ্জীত প্ৰকাশ পায়। কোনো কোনো পণ্ডিতৰ মতে চুটিয়াসকল বড়ো জাতিৰ বংশধৰ। বিখ্যাত ইংৰাজ লিখক Endle চাহাবৰ মতে অসমত বাস কৰা ৰাভা, মেছ, ডিমাচা, ফুলগুৰিয়া, শৰণীয়া, ডিমাছা, লালুং, গাৰো, বৰাহী, হাজং প্ৰভৃতি জনজাতিসকল মঙ্গোলীয় গোষ্ঠীৰ বড়ো জাতিৰ অংহী-বংহী। বড়ো-কছাৰীসকলে সুদীৰ্ঘ কাল ঠায়ে ঠায়ে ৰাজ্য পাতি দেশ চলাইছিল। কছাৰীসকল শিৱসাগৰ জিলা, লক্ষীমপুৰ জিলা, শদিয়া প্ৰভৃতি অঞ্চলত বিয়পি পৰিছিল। সেই সময়ত এই অঞ্চলক সৌমাৰ খণ্ড বোলা হৈছিল। উজনি অসমৰ দিচাং, দিখৌ, দয়াং, দিক্ৰং, দিহিং প্ৰভৃতি নদীৰ নামসমূহ কছাৰী ভাষাৰ পৰা আহিছে বুলি শুনা যায়। ঐতিহাসিক তথ্যৰ পৰা গম পাব পাৰি যে ত্ৰয়োদশ শতিকাৰ আগছোৱাত আহোমসকলে অসমত প্ৰবেশ কৰি কছাৰী ৰাজ্য অধিকাৰ কৰাত কছাৰী ৰজাই ডিমাপুৰ এৰি কাছাৰৰ ফালে গুচি যায় আৰু সেইফালে নতুন ৰাজ্য স্থাপন কৰি শান্তিৰে থাকিবলৈ লয়। কছাৰীয়ে এই অঞ্চলক 'কচ্ছ' নামেৰে নামকৰণ

কৰিছিল বাবে কালক্ৰমত এই ঠাইৰ নাম 'কাচাৰ" হল বুলি প্ৰবাদ আছে। কছাৰীসকলে পূৰ্বতে শদিয়া অঞ্চলত থাকোঁতে কেঁচাইখাতী গোসাঁনীক পূজা কৰিছিল বাবে তেওঁলোকৰ নাম কছাৰী হল বুলি বহুতে কব খোজে। সেইদৰে উত্তৰ কাছাৰ জিলাত বাস কৰা ডিমাছাসকল হিড়িম্বাৰ বংশধৰ বুলি কোৱা হয়। গেইট চাহাবৰ মতে পশ্চিমবঙ্গত বাস কৰা মেচসকল বড়ো-কছাৰীসকলৰ বংশধৰ। বড়ো-কছাৰীসকলক পৰম্পৰাগতভাৱে কিৰাত বুলি কোৱা হৈছিল। এওঁলোকে পূৰ্বতে তিব্বত আৰু চীনদেশৰ পৰা আহি উত্তৰ-পূব ভাৰতত প্ৰৱেশ কৰে। কিৰাতসকলৰ আদিম সভ্যতা আছিল উচ্চ স্তৰৰ আৰু এওঁলোকৰ ভাস্কৰ্য্য আছিল কাৰীকৰী কৌশলৰ সূক্ষ্ম নিদৰ্শন। সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত কছাৰী বুৰঞ্জী আৰু দেওধাই অসম বুৰঞ্জীত এইবোৰ বিবৰণ পাব পাৰি। বড়ো-কছাৰীসকলৰ বিষয়ে এতিয়াও বহুতো কথা অন্ধকাৰত ডুব গৈ আছে। ৰাজমোহন নাথে কছাৰীসকলে নিৰ্মাণ কৰা মন্দিৰ-সমূহৰ আবিষ্কৃত ধ্বংসাৱশেষৰ পৰা বহুতো মূল্যৱান তথ্য উদ্ঘাটন কৰিছে। বিশেষকৈ ডিমাপুৰৰ ধ্বংসাৱশেষ, মায়বঙৰ শিলত কটা প্ৰাচীন চিত্ৰসমূহৰ পৰা অনেক পুৰাতাত্বিক সম্ভেদ পাব পাৰি। এইবোৰৰ বিষয়ে আলোচনা-বিলোচনাৰ থল আছে।

কোঁচ ৰাজবংশীসকলৰ বিষয়ে অনেক গবেষণাৰ প্ৰয়োজন। দুৰ্ভাগ্যবশতঃ দুই-এখন পুথিৰ বাহিৰে বিশদ বিবৰণ থকা উল্লেখযোগ্য বুৰঞ্জী আমাৰ চকুত পৰা নাই। গেইট চাহাবে লিখা কামৰূপৰ কোঁচ ৰজাসকলৰ বিবৰণীত (Koch Kings of Kamarupa) আৰু তেখেতৰে ৰচিত অসম বুৰঞ্জীত (History of Assam) কোঁচ ৰজাসকলৰ গৌৰৱময় ইতিহাসৰ বিষয়ে গম পাব পাৰি। কনকলাল বৰুৱাৰ Early History of Kamarupa ৰ ত্ৰয়োদশ অধ্যায়ত কোঁচ ৰাজ্যৰ বিষয়ে আলোচনা কৰা হৈছে। সম্প্ৰতি শ্ৰীঅম্বিকাচৰণ চৰকাৰৰ দ্বাৰা ৰচিত কোঁচ ৰাজবংশী জাতিৰ



ইতিহাস আৰু সংস্কৃতি বিষয়ক পুথি এখন আমাৰ হাতত পৰিছে। হেম চন্দ্ৰ গোস্বামীয়ে সম্পাদনা কৰা সূৰ্য্য খড়ি দৈৱজ্ঞৰ দৰং ৰাজবংশাৱলীত কোঁচসকলৰ আঁতিগুৰিৰ বিষয়ে বহুতো কাহিনী পোৱা যায়। কৰ্ণেল চেক্সপিয়াৰৰ টোকামতে পঞ্চম শতিকাৰ পৰাই কোঁচ জাতিৰ ইতিহাস বিচাৰি পাব পাৰি। কনকলাল বৰুৱাৰ মতে কমতাপুৰ ৰাজ্যৰ শেষ পৰাক্ৰমী ৰজা নীলাম্বৰৰ মৃত্যুৰ পিচত ভূঞাসকলে কিছু দিনৰ বাবে প্ৰতিপত্তি লাভ কৰিছিল। ইয়াৰ পিচতে উল্লেখযোগ্য ঐতিহাসিক ঘটনা আৰম্ভ হল। আনুমানিক ১৫১৫ শকত বিশ্বসিংহই ভূঞাসকলৰ হাতৰ পৰা ৰাজ্য দখল কৰি কোঁচ ৰাজ্যৰ ভেঁটি স্থাপন কৰে। বিশ্বসিংহই ৰাজ্য বহলাবৰ বাবে কোঁচবিহাৰলৈ ৰাজধানী তুলি নিলে বুলি বুৰঞ্জীত উল্লেখ আছে। এওঁৰ পুত্ৰ মহাৰাজ নৰনাৰায়ণৰ আমোলত অসমৰ কৃষ্টি-সভ্যতা, কলা-সংস্কৃতিয়ে গৌৰৱৰ নিচান উৰুৱায়। এওঁৰ ৰাজসভাত থাকি মহাপুৰুষ শঙ্কৰদেৱে অসমত ভাগৱতী ধৰ্ম প্ৰচাৰ কৰি অসমৰ সংস্কৃতি যাউতিযুগীয়া কৰে। ভাৰতীয় সংস্কৃতিতো কোঁচৰজাসকলৰ দান আছিল অপৰিসীম। মহাৰাজ নৰনাৰায়ণে পুনৰ নিৰ্মাণ কৰা কামৰূপৰ কামাখ্যা মন্দিৰ এটি ঐতিহাসিক ঘটনা। এই মন্দিৰৰ কলা-কৌশলত কোঁচ-সংস্কৃতি সোমাই আছে। এই স্থাপত্য চিহ্নবিলাক সংৰক্ষণৰ ফালৰ পৰা অমূল্য সম্পদ। সেইদৰে একেজন ৰজাই সংস্কাৰ সাধন কৰা হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ ঐতিহ্য আমাৰ বাবে অপূৰ্ব সম্পদ। কোঁচবিহাৰ বৰ্ত্তমান পশ্চিমবঙ্গৰ লগত চামিল হোৱাত তাত থকা বহুতো মূল্যৱান কাকত-পত্ৰ, কিতাপ-আলোচনী আৰু আন আন সম্পদ আমি হেৰুৱালো। আশা কৰোঁ কোঁচসকলৰ বিষয়ে এখন বিস্তৃত বুৰঞ্জী ৰচনা কৰা ক্ষেত্ৰত অসমৰ বুৰঞ্জীবিদসকলে চিন্তা কৰিব, লগতে কোঁচবিহাৰৰ গ্ৰন্থাগাৰত থকা প্ৰাচীন গ্ৰন্থৰাজি গবেষণাৰ কামত খটুৱাব। গোৱালপাৰাতো বহুতো প্ৰাচীন তথ্য-পাতি সিঁচৰিত হৈ

আছে। এইবোৰ উদ্ধাৰ কৰি সংৰক্ষণৰ ব্যৱস্থা কৰিব লাগে।

অসমৰ ইতিহাসত আহোমসকলৰ অৱদান সোণালী আখৰেৰে লিখা থাকিব। ১২২৮ খৃষ্টাব্দৰ পৰা সুদীৰ্ঘ ছশবছৰ কাল তেওঁলোকে অসম ৰাজ্যৰ ক্ষমতাত অধিষ্ঠিত থাকি এই অঞ্চল বাবেবৰণীয়া সম্পদেৰে চহকী কৰি গৈছে। নিজৰ জাতিগত ধৰ্মবিশ্বাস, বৈশিষ্ট্য, আনকি নিজৰ ভাষা এৰি অসম দেশখনক 'সোণৰ সঁফুৰা, দেৱৰো দুৰ্লভ জ্ঞান' কৰি তেওঁলোকে অসমৰ সৰ্বাঙ্গীন উন্নতিৰ কাৰণে দেহে-কেহে খাটিছিল। বিভিন্ন জাতিৰ লগত সদ্‌ভাব প্ৰতিষ্ঠা কৰি নিজৰ শাসন পদ্ধতি অসমৰ ভৌগোলিক পৰিবেশ আৰু পৰিস্থিতিৰ লগত খাপ খুৱাই লৈছিল। অসমীয়া সংস্কৃতিলৈ এওঁলোকৰ অৱদানৰ কথা কৈ অন্ত পেলাব নোৱাৰি। অন্যতম শ্ৰেষ্ঠ অৱদানৰ ভিতৰত বুৰঞ্জী লিখা প্ৰথা বিশেষ উল্লেখযোগ্য। এই বুৰঞ্জীত আহোমসকলৰ বাহিৰেও আহোম ৰাজ্যৰ দাঁতি-কাষৰীয়া ভিন্ ভিন্ জাতি-উপজাতিৰ বিৱৰণো ঠাই পাইছিল। ইয়াৰ বাহিৰেও অসমৰ লগত ভাৰতৰ আন অঞ্চলৰ কূটনৈতিক সম্বন্ধ, বেপাৰ-বাণিজ্য আদিৰ বিষয়েও লিপিবদ্ধ কৰা হৈছিল। আহোম ৰজাঘৰৰ পৃষ্ঠপোষকতাত ঠায়ে ঠায়ে মঠ-মন্দিৰ, পুখুৰী, শিলত কটা মূৰ্ত্তি, ফলি, পোৰামাটিৰ মূৰ্ত্তি, ধাতুৰ অস্ত্ৰ-শস্ত্ৰ, বিভিন্ন বস্ত্ৰশিল্প, হস্তশিল্প আদিৰ জনপ্ৰিয়তা বৃদ্ধি পাইছিল। হাতীক লৈ অনেক পুথি ৰচনা কৰিছিল। সাহিত্য চৰ্চা, জ্যোতিষ চৰ্চা কৰি আহোমসকলে অসমীয়া সাহিত্য চহকী কৰি গৈছে। আহোম ৰজাসকলৰ শাসন ব্যৱস্থা উচ্চখাপৰ আছিল বুলি কেইবাজনো ইংৰাজ বুৰঞ্জীবিদে লিখি থৈ গৈছে। এওঁলোকে ব্যৱহাৰ কৰা মুদ্ৰাসমূহৰ বিষয়ে বহুতো তথ্য-পাতি এতিয়াও প্ৰকাশ পোৱা নাই। কিছুমান মোহৰ আঠচুকীয়া, কিছুমান চাৰি-চুকীয়া। কিছুমানত সংস্কৃত লিপি আৰু প্ৰাচীন অসমীয়া লিপি, কিছুমানত নাগেৰী লিপি, টাই আহোম লিপি ব্যৱহাৰ কৰিছিল। আহোম মুদ্ৰাৰ লগতে প্ৰাক্-আহোম যুগত প্ৰচলিত বিভিন্ন মুদ্ৰাৰ বিষয়ে বিশদ আলোচনাৰ থল আছে। আহোম যুগৰ স্থাপত্য শিল্পৰ বিষয়ে এখন প্ৰণালীবদ্ধ গ্ৰন্থৰ প্ৰয়োজন আমি অনুভৱ কৰিছো। বহুতো পুৰণি পুথি, তামৰ ফলি, মুদ্ৰা, আপুৰুগীয়া সা-সম্পত্তি, বিভিন্ন ধাতুৰ অলঙ্কাৰ পাতি, অস্ত্ৰ-শস্ত্ৰ, সাজপোচাক এতিয়াও অ'ত ত'ত সোমাই আছে। এইবোৰক প্ৰাচীন কীৰ্ত্তিস্বৰূপে গণ্য কৰি সংৰক্ষণৰ ব্যৱস্থা কৰিব লাগে। আধুনিক চানেকি উন্নয়নৰ ক্ষেত্ৰত এইবোৰে সহায় কৰিব বুলি আশা কৰিব পাৰি। হস্তশিল্প-সমূহ অধিক জনপ্ৰিয় কৰিবলৈ আমি প্ৰচাৰ গৱেষণা আধুনিকীকৰণ আদিৰ কথাও চিন্তা কৰিব লাগিব।



অসমত বসবাস কৰা বিভিন্ন জনজাতিৰ সম্পৰ্কে গুৱাহাটী বিশ্ববিদ্যালয়ৰ যোগেদি কিছু কাম আগবাঢ়িছে। অসমৰ প্ৰাচীন কালৰ পৰা বৰ্ত্তমান সময়লৈকে জুৰি এখন সমগ্ৰ বুৰঞ্জী সংকলন কৰাৰ দায়িত্ব ইতিমধ্যে অসম প্ৰকাশন পৰিষদে গ্ৰহণ কৰিছে। এইটো এক মহৎ প্ৰচেষ্টা। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, অসম ৰাজ্যিক সংগ্ৰহালয় আৰু অনুসন্ধান সমিতিক অধিক শক্তিৱান কৰিবলৈ সমূহীয়া প্ৰচেষ্টাৰ প্ৰয়োজন। নতুন নতুন ঐতিহাসিক তথ্য-পাতিৰ অনুসন্ধানত বুৰঞ্জীপ্ৰেমী ছাত্ৰ-ছাত্ৰীসকল ওলাই আহিলে আমি অশেষ উপকৃত হ'ম।

অসমৰ সংস্কৃতিৰ বিষয়ে আটাইবোৰ দিশ সামৰি লৈ এখন বিস্তৃত সাংস্কৃতিক বুৰঞ্জী ৰচনা কৰাৰ সময় আহিছে। অসমৰ লোক-সংস্কৃতিৰ বিষয়ে ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই সংকলন কৰা পুথিখন বহু কষ্ট আৰু সাধনাৰ ফল। তেখেতে যি গৱেষণা চলাইছিল তাক পুনৰ আৰম্ভ কৰিবলৈ বুৰঞ্জীবিদ্‌সকল ওলাই আহিলে নিশ্চয় বহুতো নতুন নতুন তথ্য সংগ্ৰহ হব। জ্যোতিপ্ৰসাদ আগৰৱালাই কবৰ দৰে "অসম দেশখনেই এখন সাংস্কৃতিক সম্পদৰ প্ৰদৰ্শনী, অসমৰ কলা-সংস্কৃতিয়ে অসমৰ মানুহক সৌন্দৰ্য্যপ্ৰিয় কৰি তুলিছে। অসমত বাস কৰা ভিন্ ভিন্ জাতি-জনজাতি সকলোৰে নিজস্ব

বৈশিষ্ট্য আছে। অসমৰ সংস্কৃতি অসমীয়া জাতিৰ জীৱনৰ প্ৰতিচ্ছবি। ইয়াৰ যোগেদি সম্বন্ধ হৈছে—অসমৰ লোকবিশ্বাস, লোক গীত-মাত, নৃত্য-কলা, স্থাপত্য, ভাস্কৰ্য্য, ভাষা-সাহিত্য আৰু মানসিক উৎকৰ্ষতা।” অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিবলৈ আঁচনি লোৱা অসমীয়া মানুহৰ ইতিহাস এই ক্ষেত্ৰত এক উল্লেখযোগ্য বৰঙণি হব।

লোকসংস্কৃতিত চহকী অসম দেশৰ সমূহীয়া সাংস্কৃতিক উন্নয়নৰ ক্ষেত্ৰত আমি যিমান অগ্ৰসৰ হব লাগিছিল সিমান হব পৰা নাই। সাংস্কৃতিক যোগাযোগত গঢ়ি উঠে বিভিন্ন জাতি-জনজাতিসকলৰ মধুৰ সম্বন্ধ। আমি আশা ৰাখিছো আমাৰ নতুনকৈ সংগঠিত হোৱা সাংস্কৃতিক বিভাগৰ জৰিয়তে অসমীয়া সংস্কৃতিৰ বিভিন্ন দিশত আমি আগবাঢ়ি যাব পাৰিম। অলপতে গণৰাজ্য দিৱস উপলক্ষে গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত মুকলি মঞ্চত লোকনৃত্যৰ সমাবোহ পতা হৈছিল। এনে সমাবোহ সাংস্কৃতিক সম্প্ৰীতিৰ ফালৰ পৰা অত্যন্ত সময়োপযোগী, ঐক্য আৰু সংহতিৰ পৰা এক গঠনমূলক ব্যৱস্থা। ভৱিষ্যতে এনে সমাবোহ আৰু উলহ-মালহেৰে আয়োজন কৰা হব বুলি আশা ৰাখিছোঁ।

সদৌ শেষত হৰদত্ত-বীৰদত্তৰ ঠাই বৰঙিৱাত অসম সাহিত্য সভাৰ এই বাৰ্ষিক অধিবেশন অনুষ্ঠিত হোৱাত আমি অতিশয় আনন্দ পাইছোঁ। এই মহান কাৰ্য্য সম্ভৱ কৰি তোলাত আগবাঢ়ি অহাৰ বাবে সদৌ বৰঙিৱাবাসী আমাৰ শলাগৰ পাত্ৰ। লগতে আশা কৰিলো—এই অঞ্চলৰ অপ্ৰকাশিত বুৰঞ্জী পুথিৰ আকাৰে দেখা দিব। তাৰ পৰাই উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈৰ “দন্দুৱাদ্ৰোহ”ৰ পটভূমি জিকেৰি গাৱঁৰ বিস্তৃত ইতিহাস জানিব পাৰিম।

বৰঙিৱা
১২ ফেব্ৰুৱাৰী, ১৯৭৩

শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰ
শিক্ষামন্ত্ৰী, অসম।

## বুৰঞ্জী অধিবেশনৰ সভাপতিৰ ভাষণ

শ্ৰীমুৰাৰি চৰণ দাস



“নাৰায়ণং নমস্কৃত্য নৰঞ্চৈৱ নৰোত্তমম্।
দেৱীং সৰস্বতীং চৈৱ ততোজয়মুদীৰয়েৎ॥”

মাননীয় শিক্ষা বিভাগৰ মন্ত্ৰী ডাঙৰীয়া, অভ্যৰ্থনা সমিতিৰ সভাপতি মহোদয়, উপস্থিত প্ৰতিনিধিবৰ্গ আৰু ৰাইজ! অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ অধিবেশনত সভাপতিত্ব কৰিবলৈ এই অভাজনক মনোনীত কৰাৰ কাৰণে জয়-জয়তে মই বৰঙিয়া অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সদস্যসকলক ধন্যবাদ জনাইছোঁ। বুৰঞ্জী প্ৰসিদ্ধ বৰ্ত্তমান অসমৰ যান-বাহনৰ সংযোগস্থল, শিক্ষা, শিল্প, বাণিজ্য আদিৰ কেন্দ্ৰস্থল, মোৰ চিৰ চিনাকি, চিৰ চেনেহৰ বৰঙিয়াৰ এনেকুৱা এখন গুৰুত্বপূৰ্ণ আসনৰপৰা ৰাইজক আমাৰ অসমৰ বুৰঞ্জী,

কৃষ্টি, সভ্যতা, ঐতিহ্য আদিৰ বিষয়ে চুআষাৰ কৰলৈ সুযোগ পোৱাৰ কাৰণে নিজকে ধন্য মানিছোঁ।

ৰাইজ! পোনতেই আপোনালোকক কৈ থওঁ যে মই বুৰঞ্জীবিদ্ নহওঁ, বুৰঞ্জীৰ এজন সাধাৰণ ছাত্ৰহে। গতিকে মোৰ ভাষণ বুৰঞ্জীবিদ্ সকলৰ কাৰণে নহয়, সৰ্ব্বসাধাৰণৰ কাৰণেহে।

অতীতৰ কথা জানিলেনো, অথবা অতীতক লৈ গৌৰৱ কৰিলেনো কি উপকাৰ হব? এনেধৰণৰ প্ৰশ্নৰ উত্তৰত মই কব খোজোঁ যে অতীতৰ পৰাই, ভৱিষ্যতৰ উৎপত্তি; গতিকে গৌৰৱপূৰ্ণ অতীতৰপৰাহে উজ্জ্বল ভৱিষ্যতৰ সৃষ্টি হব পাৰে আৰু গৌৰৱপূৰ্ণ অতীতৰ দ্বাৰা অনুপ্ৰাণিত হৈ ভৱিষ্যত ৰচনা কৰিব পাৰো। আমি অতীতটকৈ আগুৱাইছোঁ নে পিচুৱাইছোঁ এই কথা জানিবলৈকেও বুৰঞ্জী অধ্যয়নৰ আৱশ্যক।

ৰাইজ! যি ঠাইত আজি এই শুভ দিনত গোট খাইছোহি সেই ঠাইৰ নামটো বঙিয়া কেনেকৈনো হ'ল এই কথা হয়তো বহুতেই জানে; তথাপিও এই সম্পৰ্কে আলোচনা কৰা উচিত হব বুলি ভাবোঁ। এই নামৰ ব্যাখ্যা বেলেগে বেলেগ ধৰণে কৰে। কোনোৱে কয় প্ৰাচীন কালত এই ঠাই দেৱতাসকলৰ ৰঙ্গভূমি আছিল, তাৰপৰা বঙিয়া হ'ল। কোনোৱে আকৌ কয় "ৰণ দিয়াৰ" পৰা "বঙিয়া" হ'ল। আমাৰ মনেৰে দ্বিতীয় মতটোহে যুক্তিপূৰ্ণ; কিয়নো মধ্যযুগত এই অঞ্চলত কেবাখনো ৰণ-বিপ্লৱ আদি হৈছিল। আনুমানিক ১১৩৮ ৰ পৰা ১১৪১ খ্ৰীষ্টাব্দলৈ বৈদ্যদেৱ নামে এজন ৰজাই ইয়াত ৰাজত্ব কৰিছিল। বঙিয়াৰ উত্তৰে বেতনাৰ ওচৰত এতিয়াও বৈদ্যগড় নামে এটি গড় আছে। স্থানীয় কিংবদন্তি মতে এই গড়টো আৰিমত্তই সজাইছিল। কোনো কোনো বুৰঞ্জীবিদৰ মতে বৈদ্যদেৱেই আৰিমত্ত আছিল। বোধহয় বৈদ্যদেৱে এই গড়টো নিৰ্ম্মাণ কৰিছিল আৰু পিচত আৰিমত্তই ইয়াক মেৰামতি কৰি ইয়াতে ৰাজধানী পাতিছিল। সেই সময়তে কমতাৰ ৰজা ইন্দ্ৰনাৰায়ণৰ ভতিজা ফেঙ্গুৱা কোঁৱৰে আৰিমত্তৰ ৰাজ্য আক্ৰমণ কৰে। বৈদ্যগড়ৰ দহমাইলমান উত্তৰ-



পশ্চিমে ধমধমাৰ ওচৰত ফেঙ্গুৱাৰ গড় এতিয়াও বিদ্যমান। ৰণত আৰিমত্তৰ হাতত ফেঙ্গুৱাৰ মৃত্যু হয়। মতান্তৰে ফেঙ্গুৱা প্ৰথমতে আৰিমত্তৰ লগত ৰণত হাৰিছিল; পিচত আৰিমত্তৰ ঘৈণীয়েক ৰত্নমালাৰে সৈতে ষড়যন্ত্ৰ কৰি ফেঙ্গুৱাই আৰিমত্ত ৰজাক বধ কৰে। কোনোৰ মতে আৰিমত্তৰ ৰাজত্বকাল খ্ৰীঃ ১৩৫৬-১৩৮৫ লৈকে। এই অঞ্চলতে হোৱা আন এখন ৰণৰ কথা কৈছো। কমলেশ্বৰ সিংহৰ ৰাজত্বকালত গুৱাহাটীৰ বৰফুকন কলিয়া ভোমোৰাৰ ব্যৱহাৰত অসন্তুষ্ট হৈ হৰদত্ত আৰু বীৰদত্ত নামে বুজৰ বৰুৱা বংশৰ দুজন স্বাধীনচিতীয়া ককাই-ভায়ে কছাৰী, পাঞ্জাবী আৰু হিন্দুস্থানী মানুহক লৈ এটি সৈন্যদল গঠন কৰি উত্তৰ কামৰূপৰ ভালেখিনি ঠাই দখল কৰি স্বাধীনতা ঘোষণা কৰে। বঙিয়াৰ ওচৰৰ জিকেৰি নামে ঠাইত এওঁলোকৰ ৰাজধানী আছিল। এই বিদ্ৰোহ "দন্দুৱাদ্ৰোহ" নামে জনাজাত। এই বিদ্ৰোহী দলৰ পাঞ্জাবী আৰু হিন্দুস্থানী সৈন্যবোৰক "ডুমডুমীয়া" বুলিছিল। বঙিয়াৰ ৰাইজে আজিও হৰদত্ত, বীৰদত্তৰ কথা সুঁৱৰি গৌৰৱ কৰে। বৰফুকনে হৰদত্ত আৰু বীৰদত্তক ৰণত পৰাস্ত কৰি বধ কৰে ১৭৭৫ খ্ৰীষ্টাব্দত। ভূতীয়াসকলৰ লগত ইংৰাজৰ যুদ্ধ এই অঞ্চলতে হৈছিল। কথিত আছে যে এই অঞ্চলৰ কিছুমান স্বাধীনচিতীয়া অসমৰ বাহিৰৰ পৰা অহা বঙালৰ লগত ৰণ কৰিছিল। সেই সময়তে কিছু সংখ্যক মুছলমান ইয়াত থাকি গ'ল। তেওঁলোকৰ সতি-সন্ততিসকল এতিয়া হাড়ে-হিমেজুৱে অসমীয়া। এই ঘটনাবোৰৰ পৰা দেখা যায় এই অঞ্চলৰ লোকসকলে নিজৰ স্বাধীনতা ৰক্ষাৰ কাৰণে কেবাখনো ৰণ দিছিল। আপোনালোকক থোৰতে বঙিয়াৰ কথা কলোঁ। এতিয়া বিশাল অসমৰ কথালৈ অহা যাওক।

**প্ৰাচীন অসমৰ সীমা:**

বুৰঞ্জীৰ পম খেদি গলে দেখা যায় যে অতি প্ৰাচীন কালৰ পৰা মধ্যযুগলৈকে অসমৰ সীমা সুদূৰপ্ৰসাৰী আছিল। ৰামায়ণত উল্লেখ আছে যে অমূৰ্ত্তৰাজে প্ৰাগজ্যোতিষ ৰাজ্য স্থাপন কৰিছিল। অমূৰ্ত্তৰাজ আছিল ঋষি বিশ্বামিত্ৰৰ ককাদেউতাক কুশ মুনিৰ সন্তান।

বিশ্বামিত্রই কৌশিক [কোশী] নদীৰ পাৰত তপস্যা কৰিছিল। গতিকে ৰামায়ণৰ সময়ত বিহাৰৰ কোশী নদী এই প্ৰাগজ্যোতিষ ৰাজ্যৰ অন্তৰ্গত আছিল। মহাভাৰতত লিখা আছে যে ভগদত্তৰ সৈন্যদলত, কিৰাত, চীনা আৰু সাগৰৰ পাৰৰ অধিবাসীও আছিল। শ্ৰীহট্ট (চিলেট) আৰু মৈমনসিংহৰ দ অঞ্চলটোক এতিয়াও হাওৰ [সাগৰ] বোলা হয়। সম্ভৱ এয়েই আছিল মহাভাৰতৰ "বৰুণালয়" অথবা "প্ৰাচ্যৰ সাগৰ।" অসমৰ মঙ্গোলীয়সকলকেই অনুমান কিৰাত, তিব্বতীয় আৰু ভূতীয়াসকলক চীনা আৰু চিলেট, মৈমনসিংহ, ত্ৰিপুৰা, ৰংপুৰ আদিৰ অধিবাসীসকলক সাগৰৰ পাৰৰ অধিবাসী বুলি মহাভাৰতত কোৱা হৈছে। কথিত আছে যে ৰংপুৰত (বৰ্ত্তমান বাংলাদেশত) ভগদত্তৰ এটি ৰঙমহল আছিল আৰু তাৰ পৰাই ৰংপুৰ নাম হ'ল। প্ৰত্নতত্ত্বৰ ফালৰ পৰাও দেখা যায় ভাস্কৰ বৰ্ম্মণৰ তামৰ ফলি মতে অন্ততঃ কুশী (কোশী) নদীলৈকে এইজনা ৰজাৰ ৰাজ্য বিস্তৃত আছিল' এই ফলিৰ মতে ভাস্কৰ বৰ্ম্মাৰ পিতামহ মহাভূত বৰ্ম্মাই অঃ ৫১০-৫৫০ খ্ৰীঃ) কৌশিক (বৰ্ত্তমান পুৰ্ণিয়া বিহাৰ জিলাৰ কুশী) নদীৰ পাৰৰ পুণ্ড্ৰবৰ্দ্ধন ভুক্তিৰ, চন্দ্ৰপুৰী বিষয়ৰ ময়ূৰশাল্মল অগ্ৰহাৰত ২০৫ জন ব্ৰাহ্মণক মাটি দান দিছিল। ষষ্ঠ শতিকাৰ শেষ ভাগত মহাসেন গুপ্তই (?) ভাস্কৰ বৰ্ম্মাৰ পিতৃ সুস্থিত বৰ্ম্মাক পৰাজয় কৰাৰ পিচত এই দান কৰা মাটিবোৰ আকৌ গুপ্ত ৰাজ্যৰ ভিতৰত সোমায়। সপ্তম শতিকাৰ আগডোখৰত ভাস্কৰ বৰ্ম্মাই উত্তৰ ভাৰতৰ সম্ৰাট শ্ৰীহৰ্ষবৰ্দ্ধনৰ সহায়ত শশাঙ্কক পৰাজয় কৰি গৌড় আৰু কৰ্ণ-সুৱৰ্ণ দখল কৰাৰ পিচত নিধানপুৰৰ তামৰ ফলিত মহাভূত বৰ্ম্মাই দান কৰা মাটি লিখি দিয়ে। হিৰেনচাঙৰ টোকাত পোৱা যায় যে কামৰূপৰ ৰজাৰ (ভাস্কৰ বৰ্ম্মাৰ) সাগৰেদি চীনলৈ যোৱা বাট আছিল। হিৰেন-চাঙৰ বিৱৰণ মতে কামৰূপৰ পূৰ্ব্ব সীমা আছিল অসম আৰু মানদেশৰ পৰ্ব্বত শ্ৰেণী। হিৰেনচাঙে ৭ম শতিকাত আৰু আলবেৰুণীয়ে ১১ শতি-কাত উল্লেখ কৰা আগৰ (বৰ্ত্তমান মৈমুনাথ, পশ্চিম চিলেট, কুমিল্লাৰ



কিয়াং আৰু নোৱাখালি জিলাৰ অঞ্চলবো আছিল)। নালন্দাত পোৱা পোৰামাটিৰ মোহৰত বৰ্ম্মণ ৰজাসকলক "মহাৰাজাধিৰাজ শ্ৰীপ্ৰাগ-জ্যোতিষেন্দ্ৰ" বোলা হৈছে। এই মোহৰত ভাস্কৰৰ পূৰ্ব্বপুৰুষ পঞ্চম শতিকাৰ মহেন্দ্ৰবৰ্ম্মাক (উমাচল শিলালিপিৰ মতে মহাৰাজাধিৰাজ সুৰেন্দ্ৰ বৰ্ম্মণ) দ্বিস্তুৰগমেধাহৰ্ত্তা আৰু স্থিতবৰ্ম্মাক বোলা হৈছে "দ্বিৰশ্বমেধযাজী"। অৰ্থাৎ তেওঁলোক দুজনৰ প্ৰত্যেকে দুবাৰকৈ অশ্বমেধ যজ্ঞ কৰিছিল। মহাভূত বৰ্ম্মণেও অশ্বমেধ যজ্ঞ কৰিছিল। ইয়াৰ পৰা বুজা যায় যে বৰ্ম্মণ ৰজাসকলৰ এখন বিশাল সাম্ৰাজ্য আছিল; তেওঁলোকৰ তলত বহুতো কৰতলীয়া ৰজা আছিল আৰু বৰ্ম্মণ ৰজাসকল চক্ৰৱৰ্ত্তী ৰজা আছিল। অষ্টম শতিকাত এই ৰাজ্যৰ পশ্চিম সীমা কুশী নদীকো অতিক্ৰম কৰি গৈছিল যেন লাগে। কিয়নো ৭৪৮ খ্ৰীষ্টাব্দৰ জয়দেৱৰ নেপালৰ শিলালিপিত কামৰূপ নৃপতি হৰ্ষদেৱক 'গৌড়-ওড্ৰ-কলিঙ্গ-কোশলপতি' বুলি বৰ্ণোৱা আছে। কালিকা পুৰাণ মতে (১০ম-১১শ শতিকা) কামাখ্যা দেৱীৰ মন্দিৰ কামৰূপ ৰাজ্যৰ ঠিক সোঁমাজত আছিল। বিষ্ণু পুৰাণ মতে কামাখ্যা মন্দিৰৰ চাৰিওফালে চাৰিশ মাইল (১০০ যোজন) জুৰি কামৰূপ ৰাজ্য বিয়পি আছিল। কালিকা পুৰাণ, যোগিনীতন্ত্ৰ (১৬শ শতিকা) আৰু কামাখ্যাতন্ত্ৰ মতে কৰতোৱা নদী কামৰূপ ৰাজ্যৰ পশ্চিম সীমা আছিল। কামাখ্যাতন্ত্ৰ মতে ত্ৰিপুৰা, জয়ন্তীয়া, কাছাৰ ইত্যাদি কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল। কাছাৰৰ লোক-সকল অসমীয়াহে। তেনেহলে কাছাৰত অসমীয়া মাধ্যম ভাষা হোৱাত কি আপত্তি থাকিব পাৰে?

স্বৰ্গদেৱ চুহুংমুং দিহিঙ্গীয়া ৰজাৰ দিনত অসমৰ সেনাপতি কনচেং বৰপাত্ৰ গোহাঁই, চুক্লেনফা গড়গঞা ডেকা ৰজা আৰু চন্‌খাম্ ঘৰসন্দিকৈয়ে কৰতোৱালৈকে ৰাজ্য জয় কৰি তাৰ পাচত দ্বিগিজয়ৰ চিনস্বৰূপে মন্দিৰ আৰু পুখুৰী নিৰ্ম্মাণ কৰিছিল।

স্বৰ্গদেৱ ৰুদ্ৰসিংহই ভাৰতৰ ৰজাসকলৰ সহযোগ বিচাৰি

লিখিছিল—“কৰতোৱা নদীৰ পূব পাৰে থকা ৰাজ্যবোৰৰ পূৰ্ব্বৰ অধিকাৰী আমিহে, সেই দেখি আমি তাক পুনৰ অধিকাৰ কৰিবলৈ মন কৰিছো।” গতিকে দেখা গ'ল যে প্ৰাচীন অসম ৰাজ্যই বৰ্ত্তমানৰ অসম, মেঘালয়, অৰুণাচলৰ উপৰিও বৰ্ত্তমান বাংলাদেশৰ অন্তৰ্গত চিলেট, মৈমনসিং, ঢাকাৰ কিয়দংশ, জলপাইগুৰি, ৰংপুৰ, পাবনাৰ কিছু অংশ, ত্ৰিপুৰা, ভোটান, সম্ভৱতঃ নেপাল আৰু তিব্বতৰ এটা অংশ সামৰি লৈ বিহাৰৰ পুৰ্ণিয়া জিলাৰ কোশী নৈলৈকে এই বিশাল ভূমিখণ্ড বিয়পি আছিল।

এই বিশাল সাম্ৰাজ্যৰ ৰাজধানী আছিল “প্ৰাগজ্যোতিষপুৰ” বৰ্ত্তমানৰ গুৱাহাটী। এই গুৱাহাটী বৰ্ত্তমানেও অসমৰ ৰাজধানী হোৱাৰ পথত আগবাঢ়িছে। কিন্তু হায়! কালৰ কুটিল গতিত একালৰ এই বিশাল ৰাজ্যখনি সময়ে সময়ে খণ্ড-বিখণ্ড হৈ বৰ্ত্তমানে ক্ষীণকায় অৱস্থাত পৰিণত হৈছে। এনেকি এই ক্ষীণকায় অৱস্থাতো অস্ত্ৰাঘাত কৰিবলৈ তলে তলে ষড়যন্ত্ৰ চলিছে।

**অধিবাসী :**

অসম দেশ নানা জাতি-উপজাতিৰ মিলন ক্ষেত্ৰ। নৃতত্ত্ববিদসকলৰ মানত এই দেশখন নৃতত্ত্বৰ এটি যাদুঘৰ, ভাৰতবৰ্ষৰ প্ৰতিকৃতি অথবা প্ৰতিচ্ছবি (Epitome)। এই দেশ উত্তৰ-এচিয়া, চীন দেশ, দক্ষিণ-পূব এচিয়া আৰু পশ্চিমৰ দেশবোৰৰ কেন্দ্ৰস্থল। প্ৰাকৃতিক মনোৰমেৰে ভৰপূৰ এই অসমলৈ ভিন্ ভিন্ যুগত বিভিন্ন গোষ্ঠীৰ লোক আহি ইয়াৰ মোহিনী শক্তিত মুগ্ধ হৈ ইয়াতেই বসতি কৰিছিল। অসমৰ আদিম অধিবাসীসকল সম্ভৱতঃ অষ্ট্ৰিক গোষ্ঠীৰ লোক আছিল। বৰ্ত্তমান মন্‌খমেৰ খাচীয়া আৰু চিনঠেংসকল তেওঁবিলাকৰ বংশধৰ। অষ্ট্ৰিকসকল প্ৰস্তৰ যুগৰ মানুহ আছিল। খাচীয়া-জয়ন্তীয়া পাহাৰত ভালেমান নৱপ্ৰস্তৰ যুগৰ আহিলা-পাতি পোৱা গৈছে, এই বিষয়ে পিচত কিছু বহলাই আলোচনা কৰা হৈছে। এওঁলোকৰ কৃষ্টিক “Megalithic Culture” বোলা হয়। খাচীয়া-জয়ন্তীয়া আৰু ইয়াৰ ওচৰে-পাজৰে থকা পাহাৰবোৰত অসংখ্য থিয় হৈ অথবা পৰি থকা শিলাখণ্ড দেখা যায়। হাটন আৰু মিলচ্ চাহাবসকলে পথালিকৈ থকা শিলাবোৰক প্ৰকৃতি আৰু থিয়কৈ থোৱা শিলবোৰক পুৰুষ শক্তিৰ প্ৰতীক বুলি অনুমান কৰে। নগাওঁ জিলাৰ শিলচাঙত সম্ভৱতঃ এই কৃষ্টিৰে আন ধৰণৰ এবিধ নিদৰ্শন আছে যাক ইংৰাজীত Dolmens বোলা হয়। অসম ৰাজ্যিক পুৰাতত্ত্ব বিভাগে ইয়াৰ গুৰুত্ব বুজি এই শিলৰ সামগ্ৰীবোৰ সংৰক্ষণ কৰি ৰাখিছে। অষ্ট্ৰিক লোকসকলৰ পিচত দ্ৰাবিড় জাতিৰ লোকসকল অসমলৈ আহে। এই মহান জাতিটোক পণ্ডিতসকলে ভূমধ্যসাগৰীয় মহাজাতি বুলি আখ্যা দিছে। অসমৰ ঠাইৰ নাম, পূজা-পাৰ্ব্বণ, আচাৰ-পদ্ধতি, বিয়া-বাৰু, ৰীতি-নীতিত, এনেকি অসমীয়া ভাষাতো দ্ৰাবিড়ীৰ প্ৰভাৱ দেখা যায়। আৰ্য্যসকল ভাৰতলৈ অহা সময়তেই মঙ্গোলীয়সকল উত্তৰ-পূব ফালেদি অসমলৈ আহে। মঙ্গোলীয়সকল ইণ্ডোচীন গোষ্ঠীৰ তিব্বতো-বৰ্ম্মাসকলৰ পৰিয়ালৰ। এওঁলোকৰ বংশধৰসকল অসমৰ বিভিন্ন অঞ্চলত সিঁচৰতি হৈ আছে। মঙ্গোলীয়সকলৰ নিজা উচ্চ-ধৰণৰ কৃষ্টি আৰু সভ্যতা আছিল আৰু পিচত আৰ্য্য কৃষ্টি আৰু সভ্যতাৰ সংযোগত এই কৃষ্টিয়ে এটি বিশিষ্ট কৃষ্টি-সভ্যতাৰ ৰূপ লৈছিল। কালিকাপুৰণৰ মতে নৰকাসুৰে কামৰূপত আৰ্য্য বসতি স্থাপন কৰিছিল। ডাক্তৰ হ'ৰ্ণলী প্ৰমুখ্যে কেতবোৰ পণ্ডিতৰ মতে আৰ্য্যসকল ভাৰতলৈ অহাৰ আগতে আলপাইন অবৈদিক আৰ্য্যসকলৰ এটা দল ইৰাণৰ পৰা ভাৰতলৈ আহিছিল। মহেঞ্জোদাৰোত যিবোৰ মানুহৰ মূৰৰ খোলা পোৱা গৈছে তাৰে এটি এই আলপাইন মানুহৰ। তেওঁলোকৰ এটি দল উত্তৰ-ভাৰতৰপৰা পূব ভাৰত অৰ্থাৎ অসমলৈ আহিছিল। কোনো কোনো পণ্ডিতৰ মতে এওঁলোকৰ এটি দল তিব্বতেদি প্ৰাগজ্যোতিষত সোমাইছিল। কিছুমানৰ মতে উৰিয়া, বিহাৰী, বঙালী আৰু অসমীয়া ভাষাৰ জন্মদাতা এই অবৈদিক আলপাইন আৰ্য্যসকল। ইৰাণ দেশত “অসুৰ” অথবা

"অহুবক" "ঈশ্বৰ" আৰু "দৈৱ" আৰু "দেৱতাসকলক" "চৈতান" বুলি বিশ্বাস কৰিছিল। অসমত এতিয়াও "দেও" (দেৱ) শব্দৰ অৰ্থ "ভূত"। ত্ৰয়োদশ শতিকাৰ আগভাগত [১২২৮-২৯ খ্ৰীঃ] টাই বা শ্যাম জাতিৰ এটি ঠাল উত্তৰ বৰ্ম্মাৰ "মাওলং" নামৰ এখন ৰাজ্যৰ পৰা চুকাফা নামৰ এজন ৰাজকোঁৱৰৰ অধীনত পূৱ ফালেদি অসমলৈ আহি সৌমাৰপীঠত এখন ৰাজ্য পাতে। এওঁবিলাকক বুৰঞ্জীত আহোম বুলি জনা যায়। আহোমসকলে অসমৰ ধৰ্ম্ম-ভাষা, কৃষ্টি-সভ্যতা আদি আঁকোৱালি লৈ ছশ বছৰ কাল ৰাজত্ব কৰি হাড়ে-হিমে-জুৰে অসমীয়া হৈ গৈছে। তেনেকৈ মধ্য যুগৰ শেষৰ ফালে মুছলমানৰ অভিযানৰ লগত অহা কিছুমান মুছলমান, শিখ আৰু হিন্দুস্থানী লোক অসমতে ৰৈ গৈছে। তেওঁলোকো বৰ্ত্তমান নিভাঁজ অসমীয়া। এইদৰে নানা জাতি-উপজাতিৰ সংমিশ্ৰণত এটি মহান অসমীয়া জাতি গঢ়ি উঠিছে আৰু এনে ধৰণৰ সংযোগ ঘটাত অসমীয়া সংস্কৃতি বিশেষভাৱে উপকৃত হৈছে; সকলোৱে ভেদাভেদ পাহৰি একজাতি একপ্ৰাণ হৈ একতাৰ ডোলেৰে বান্ধ খাইছে। কিন্তু হায়! বৰ্ত্তমানে ইয়াৰ কিছু ব্যতিক্ৰম ঘটা দেখা গৈছে। কেতবোৰ লোকে এই দেশতে উপজি, এই দেশৰ জলবায়ুত ডাঙৰ-দীঘল হৈ, এই দেশতে চাকৰি অথবা বেহা-বেপাৰ কৰি জীৱন নিৰ্ব্বাহ কৰি অসমক নিজৰ মাতৃভূমি বুলি স্বীকাৰ কৰিবলৈ টান পাইছে। অকল সেয়ে নহয়, যুগ যুগ ধৰি মিলা-প্ৰীতিৰে, সুখ-শান্তিৰে একেলগে বাস কৰি থকা আমাৰ অসমীয়া ভাই-বন্ধুসকলৰ মাজতো বিভাজনৰ সৃষ্টি কৰিবলৈ উঠি-পৰি লাগিছে। ইয়াতকৈ দুখৰ বিষয় কি হব পাৰে! বুৰঞ্জীৰ পুনৰাভিনয় নহবনে?

### প্ৰাচীন কৃষ্টি আৰু সভ্যতা:

অসমীয়াৰ নিজা কৃষ্টি, ঐতিহ্য, চিন্তাধাৰা আৰু ভাষা আছে। প্ৰত্নতত্ত্বৰ সমলৰ যোগেদি এই বিষয়ে কিমানখিনি জানিবলৈ সক্ষম হৈছোঁ তাৰে চমু আভাস মাত্ৰ আপোনালোকৰ আগত দাঙি ধৰিছোঁ।



### গুহা, গুহামানৰ আৰু প্ৰস্তৰ যুগৰ আহিলা-পাতি:

কিছুদিন আগলৈকে অসমত নাইবা অসমৰ আশে-পাশে আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি (Palaeolithic tools) আবিষ্কৃত হোৱা নাছিল। অলপতে মণিপুৰৰ উখ্ৰুল মহকুমাৰ থাংখুই নামে ঠাইত এটি গুহাৰ ভিতৰতে কেতবোৰ আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ আৰু অন্যান্য সামগ্ৰী পোৱা গৈছে। অসমৰ কাৰণে এইটো বৰ সুখৰ খবৰ; কিন্তু এই গুহাত বাস কৰা মানুহৰ মূৰৰ খোলা অথবা জকা আদি একোৱেই পোৱা হোৱা নাই। গতিকে এই আহিলা-পাতিবোৰ কি ধৰণৰ মানুহে ব্যৱহাৰ কৰিছিল তাক সঠিককৈ কোৱা টান। খাচীয়া-জয়ন্তীয়া পাহাৰৰ চেৰাপুঞ্জী আৰু চিন্দাইত, মিকিৰ পাহাৰ আৰু উত্তৰ-কাছাৰত কেইটিমান গুহা আছে আৰু সেইবোৰৰ গাত সামান্য ধৰণৰ চিত্ৰাঙ্কণো আছে। মিলচ্ চাহাবে লোকশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰি এঠাইত লিখিছে যে কোনোবা এজন কছাৰী ৰজাই হেনো হাফ্লঙৰ ওচৰৰ এটি গুহাত প্ৰাগ্-ঐতিহাসিক নেগ্ৰিটো জাতিৰ লোকৰ কিছুমান সামগ্ৰী বন্ধ কৰি ৰাখিছিল। উৰ্ছুলা-গ্ৰাহাম নামে এজন পণ্ডিতে লিখিছে যে কাছাৰৰ বৰাইল অঞ্চলটোত হেনো চিয়েমী নামে এটি জাতিৰ গুহা, দুৰ্গ আৰু গাওঁ ভৰি আছিল; কিন্তু এই কথাৰ সত্যতা প্ৰমাণ কৰিবলৈ এইবোৰ গুহা বাহিৰ হোৱা নাই অথবা বাহিৰ হৈছে যদিও সেইবোৰত কোনো ধৰণৰ সামগ্ৰী পোৱা হোৱা নাই। এতিয়ালৈকে অসম, মেঘালয় আৰু নগালেণ্ডৰ ভিন্ ভিন্ ঠাইত ভিন্ ভিন্ ধৰণৰ নৱ-প্ৰস্তৰ যুগৰ আহিলা-পাতি পোৱা গৈছে আৰু এইবোৰৰ বেছি ভাগেই হঠাৎ মাটিৰ ওপৰত অথবা মাটিৰ উপবিভাগৰ অলপ তলতে পোৱা। দৰঙৰ বিশ্বনাথ আৰু কাছাৰৰ খানাপাৰাত দুই ধৰণৰ কান্ধ থকা (Shouldered) শিলৰ অস্ত্ৰ পোৱা গৈছে। এইবোৰৰ লগত ব্ৰহ্মদেশৰ শিলৰ লগত মিল দেখা যায়। খাচীয়া পাহাৰতো এবিধ কান্ধ থকা শিলৰ অস্ত্ৰ পোৱা গৈছে। কক্বাৰ্ণ

চাহাবৰ মতে এইবোৰৰ লগত য়ুনানৰ কলপতীয়া বঙৰ কান্ধ থকা শিলৰ অস্ত্ৰৰ লগত মিল আছে। নগাপাহাৰৰ কিছুমান অস্ত্ৰৰ লগত মালয়, ছোটনাগপুৰ আৰু ইৰাৱতী উপত্যকাৰ অস্ত্ৰৰ লগত মিল আছে। ইয়াৰ পৰা অনুমান হয় যে মন্‌খেমাৰসকলৰ এটি ঠাল নগাপাহাৰেদি আহিছিল। হাটন্ চাহাবে লিখিছে যে ইৰাৱতী উপত্যকাৰ কান্ধ থকা অস্ত্ৰৰ নিচিনা অস্ত্ৰ নগাপাহাৰ আৰু উত্তৰ কাছাৰতো পোৱা গৈছে। বিশ্বনাথত পোৱা হাঁতুৰীৰ নিচিনা অস্ত্ৰ অসমত বিৰল। ব্ৰাউন চাহাবৰ মতে এনেধৰণৰ অস্ত্ৰ অকল দক্ষিণ ভাৰত আৰু ভাৰতৰ উত্তৰ-পশ্চিম সীমান্ততহে পোৱা যায়। সদীয়া, ডিব্ৰুগড় আৰু নুনমাটি গুৱাহাটীৰ অঞ্চলতো দুই-চাৰিটা নৱ-প্ৰস্তৰ যুগৰ শিলৰ অস্ত্ৰ পোৱা গৈছে। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগে মাজে-সময়ে অসমৰ বিভিন্ন ঠাইত অনুসন্ধান কাৰ্য্য চলাই আছে আৰু তাৰ ফলত গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগে দুই-চাৰি বছৰ আগতে উত্তৰ কাছাৰৰ দাওজালি হাদিং আৰু গাৰোপাহাৰৰ থেব্ৰোগ্ৰি নামে ঠাইত কিছুমান নৱপ্ৰস্তৰ যুগৰ আহিলা-পাতি উদ্ধাৰ কৰিবলৈ সক্ষম হৈছে। মণিপুৰৰ আদি প্ৰস্তৰ যুগৰ আহিলা-পাতিৰ সম্বন্ধে পৰীক্ষা-নিৰীক্ষা চলি আছে। নৱপ্ৰস্তৰ যুগৰ আহিলা-পাতি লগত যে ব্ৰহ্মদেশ, মালয়, মধ্যভাৰত, দক্ষিণ ভাৰত আৰু উত্তৰ-পশ্চিম ভাৰতৰ অস্ত্ৰপাতিৰ লগত মিল আছে সেই কথা আগতে কোৱা হৈছে।

**স্থাপত্য শিল্প :**

সঘনে হোৱা প্ৰবল ভুঁইকঁপ, বাৰিষাৰ খৰস্ৰোতা নদী-নলাৰ সাগৰসদৃশ ঢল, লহপহীয়া হাবি-বননি ইত্যাদি আৰু নানা প্ৰাকৃতিক দুৰ্যোগে অসমৰ প্ৰাচীন স্থাপত্য, ভাস্কৰ্য্য আদিৰ নিদৰ্শনবোৰৰ অশেষ ক্ষতি কৰিছে। কিছুমান মঠ-মন্দিৰ ধ্বংস হৈ স্তূপাকাৰ অৱস্থাত পৰি আছে, কিছুমান মাটিৰ তলত পোত গৈছে আকৌ কিছুমান হয়তো নদীৰ বুকুত লীন গৈছে ; গতিকে অখণ্ডভাৱে সম্পূৰ্ণ



অৱস্থাত প্ৰাচীন মন্দিৰ অসমত দেখিবলৈ পোৱা নাযায়। নগাওঁ জিলাৰ হোজাইৰ ওপৰৰ যোগীজান, তেজপুৰৰ বামুণী পাহাৰ, গোলাঘাট মহকুমাৰ নুমলিগড়ৰ ওচৰৰ দেও পৰ্ব্বত, মঙ্গলদৈ মহকুমাৰ মাজুলী চাহ বাগিচাৰ ওচৰৰ যোৰপুখুৰীৰ কাষত স্তূপাকাৰ হৈ পৰি থকা ধ্বংসাৱশেষবোৰে অসমৰ প্ৰাচীন স্থাপত্য শিল্পৰ উৎকৰ্ষতা প্ৰমাণ দিয়ে। কামৰূপৰ ৰজাসকলৰ তামৰ ফলি আৰু হিয়েনচাঙৰ টোকাৰ পৰা জনা যায় যে সেই সময়ত বৃহৎ আকাৰৰ মঠ-মন্দিৰ অট্টালিকা আদি নিৰ্ম্মিত হৈছিল। প্ৰাচীন কামৰূপৰ মন্দিৰ সম্বন্ধে প্ৰথম উল্লেখ পোৱা যায় ৫ম শতিকাৰ উমাচল শিলালিপিত। বনমালবৰ্ম্মাদেৱৰ (৮৩৫-৮৬৫ খ্ৰীঃ) তেজপুৰৰ তামৰ ফলিত পোৱা যায় যে হিমালয় সদৃশ পুৰণি ভগ্ন হাটকাশুলীন শিৱৰ মন্দিৰটো তেওঁ পুনৰ নিৰ্ম্মাণ কৰাইছিল। তৃতীয় বলবৰ্ম্মনৰ নগাওঁৰ তামৰ ফলিৰ মতে বনমালবৰ্ম্মণে কেইবাটাও কোঠালী থকা এটি প্ৰকাণ্ড প্ৰাসাদ সজাইছিল যাৰ সমতুল্য পৃথিৱীত নাছিল। এই প্ৰাসাদটো কাৰুকাৰ্য্যখচিত কৰাৰ উপৰিও বিতোপন চিত্ৰেৰে সুশোভিত কৰা হৈছিল। ইন্দ্ৰপালৰ গুৱাহাটী তামৰ ফলিত লিখা আছে যে তেওঁৰ পূৰ্ব্ববৰ্ত্তী ৰত্নপালদেৱে শম্ভু দেৱতাৰ উদ্দেশ্যে এটি শুভ্ৰ ৰঙৰ মন্দিৰ সাজিছিল। ৰত্নপালৰ বড়গাওঁ তামৰ ফলিত দুৰ্জ্জয় নগৰৰ সুন্দৰ বিবৰণ পোৱা যায়। এই নগৰ গুৱাহাটীৰ ওচৰতে কোনোবা ঠাইত আছিল। এই ঠাইত কেইবা-টাও অট্টালিকা আছিল, কৈলাসৰ নিচিনাকৈ এই ঠাইৰ মন্দিৰত শিৱই বাস কৰিছিল। হেজাৰ হেজাৰ মন্দিৰৰ চূড়াই (শিখৰ) সূৰ্য্য দেৱতাক ঢাকি পেলাইছিল। গোপালদেৱৰ গছতল তাম্ৰশাসনত প্ৰাগজ্যোতিষপুৰৰ স্থাপত্য, শিল্পৰ উৎকৰ্ষতাই অমৰাৱতীকো চেৰ পেলাইছিল বুলিছে। হিয়েনচাঙৰ বিবৰণী মতে কামৰূপত শই শই দেৱমন্দিৰ আছিল বুলি কোৱা হৈছে ; কিন্তু ভাবিলে আচৰিত লাগে ইমানবোৰ মঠ, মন্দিৰ, প্ৰাসাদ আদি কলৈ গ'ল? তেজ-

পুৰব ওচৰৰ দ পৰ্ব্বতীয়া গাৱঁত থকা শিলৰ চৌকাঠখনিৰ পৰা বুজা যায় যে ৫ম-৬ষ্ঠ শতিকাত সেই ঠাইত এটি শিৱ মন্দিৰ আছিল। বামুণী পাহাৰৰ ধ্বংসাৱশেষবোৰৰ পৰা অনুমান কৰা যায় যে সেই ঠাইত কেইবাটাও মন্দিৰ আছিল। তেজপুৰ চহৰত আগৰ কাছাৰী ঘৰ সাজোঁতে মন্দিৰৰ ভালেমান ধ্বংসাৱশেষ পোৱা গৈছিল। সেইবোৰৰ কিছুমান ওচৰতে থকা গীৰ্জাৰ চৌহদৰ ভিতৰত আৰু কিছুমান ক'ল পাৰ্কত ৰখা হৈছিল। গীৰ্জা চৌহদৰ ভিতৰত থকাবোৰৰ দুই-চাৰিটাৰ বাহিৰে বাকীবোৰৰ অসম ৰাজ্যিক পুৰাতত্ত্ব বিভাগে ক'ল পাৰ্কলৈ নি সংৰক্ষণ কৰি ৰাখিছে। এই ধ্বংসাৱশেষবোৰপৰা ৰাখাল দাস ব্যানাৰ্জ্জীয়ে অনুমান কৰে যে সেই ঠাইত এটি প্ৰকাণ্ড সূৰ্য্য মন্দিৰ আছিল যাৰ শিখৰটো অন্ততঃ ১০০ ফুট ওখ আছিল। কনকলাল বৰুৱাদেৱে অনুমান কৰে যে কাছাৰী ঘৰৰ চৌহদত থকা শিলাখণ্ডবোৰৰ মাজত নৱম শতিকাত বনমাল বৰ্ম্মাদেৱে সজোৱা ৰাজঅট্টালিকাৰ ভগ্নাৱশেষবোৰো থাকিব পাৰে। সম্পূৰ্ণ মন্দিৰ নেথাকিলেও কামাখ্যা পাহাৰৰ পশ্চিমফালে থকা এচটা প্ৰকাণ্ড শিলত কটা মন্দিৰৰ চিত্ৰ আৰু দুই-এখন শিলৰ চৌকাঠত কটা মন্দিৰৰ নমুনাৰ পৰা প্ৰাচীন কামৰূপৰ মন্দিৰৰ আকৃতি কেনেকুৱা আছিল সেইটো অনুমান কৰা যায়। কামাখ্যাৰ মূল মন্দিৰ, হাজোৰ মাধৱ আৰু কেদাৰ শিংৰি আৰু নেঘেৰিটিং আদি মন্দিৰত পুৰণি শিলৰ মন্দিৰৰ শিল খটোৱা দেখা যায়। চাংসাৰীৰ ওচৰৰ প্ৰাচীন কামৰূপৰ বিখ্যাত শিলসাঁকোৰ আঠচুকীয়া খুটা আৰু বহল চটাবোৰ এতিয়াও বৰপেটা সত্ৰত দেখিবলৈ পোৱা যায়। সেই সময়ৰ গুহাৰ নিদৰ্শন যোগীঘোপাৰ পাহাৰত আছে।

## আহোম, কোঁচ আৰু কছাৰী স্থাপত্য: হিন্দু ধৰ্ম্মৰ প্ৰাধান্য

বুৰঞ্জী মতে স্বৰ্গদেৱ চুডাংফা, বামুণী কোঁৱৰ ৰজাই ১৪১৬ খ্ৰীষ্টাব্দত চাওঁত পোনপ্ৰথমে লক্ষ্মীনাৰায়ণ শালগ্ৰামৰ পূজাৰ প্ৰচলন কৰে। চুহুংমুঙে ১৪৯৭ খ্ৰীষ্টাব্দত পোনপ্ৰথমে স্বৰ্গনাৰায়ণ উপাধি



লয় আৰু শকাব্দ আৰম্ভ কৰে। তেখেতেই পোনপ্ৰথমে দেৰগ্ৰামৰ দ'ল নিৰ্ম্মাণ কৰাই তাত হিন্দুমতে পূজা-সেৱা চলাই থাকিবৰ নিয়ম কৰে। চুতাম্লা স্বৰ্গদেৱে পোনপ্ৰথমে প্ৰকাশ্যে হিন্দু ধৰ্ম্মত দীক্ষিত হৈ জয়ধ্বজসিংহ নাম লয়। এইজনা ৰজাই ডাঙৰ ডাঙৰ পুখুৰী আৰু তাৰ পাৰত দ'ল-দেৱাল আদি নিৰ্ম্মাণ কৰায় আৰু অনেক সত্ৰ স্থাপন কৰে। আমাৰ বোধেৰে ওপৰত উনুকিওৱা দ'ল-দেৱালয়-বোৰ কাঠেৰে নিৰ্ম্মিত আছিল; কিয়নো জয়ধ্বজ সিংহৰ ৰাজত্বকালত মিৰজুম্লাৰ লগত অহা চিহাবুদ্দিন তালিছৰ বিবৰণীত শিলৰ অথবা ইটাৰ মন্দিৰৰ কোনো উল্লেখ পোৱা নেযায়। সেই গড়গাওঁ নগৰ আৰু কাঠৰ ৰাজকাৰেঙৰ বিস্তৃত বিবৰণহে পোৱা যায়। তেখেতে লিখিছিল "ৰাজকাৰেঙৰ শিল্প নৈপুণ্য আৰু সৌন্দৰ্য্য বৰ্ণনাতীত। এনেকুৱা সুন্দৰ কাৰুকাৰ্য্যখচিত কাঠৰ ঘৰ সম্ভৱতঃ পৃথিৱীৰ কোনো ঠাইতে সজা হোৱা নাই" ইত্যাদি। ইটাৰ মন্দিৰ, কাৰেং আদি দৰাচলতে তুংখুঙীয়া ফৈদৰ ৰাজত্বকালৰ পৰাহে আৰম্ভ হয়। স্বৰ্গদেৱ গদাধৰ সিংহই পোনপ্ৰথমে উমানন্দ আৰু বিশ্বনাথৰ ইটাৰ মন্দিৰ সজায়। তেওঁৰ পুতেক ৰুদ্ৰসিংহই ৰংপুৰত ৰাজধানী পাতি তাত এখন বিতোপন নগৰ সজায়। এইজনা অসমৰ চাহজাহানৰ কীৰ্ত্তিচিহ্নৰ ভিতৰত জয়দ'ল, জয়সাগৰৰ ৰঙনাথৰ দ'ল, ফাকুৱা দ'ল, এচটা শিলেৰে সজোৱা নামদাঙৰ শিলৰ সাঁকো উল্লেখযোগ্য। শিৱসাগৰৰ বিখ্যাত পুখুৰীটো আৰু তাৰ পাৰত থকা শিৱদ'ল, দেৱী দ'ল আৰু বিষ্ণুদ'ল স্বৰ্গদেৱ শিৱসিংহৰ মহিষী অম্বিকা বা মদাম্বিকাই সজোৱায়। সেইদৰে এইজনা ৰজাৰ প্ৰিয়তমা পত্নী বৰৰজা ফুলেশ্বৰী বা প্ৰমথেশ্বৰীয়ে গৌৰীসাগৰৰ দ'ল আৰু পুখুৰী সজোৱায়। প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰ সিংহৰ ৰাজত্বকালত অসমৰ ভালেমান ঠাইত দ'ল-দেৱালয় নিৰ্ম্মিত হৈছিল। ৰংপুৰৰ ৰংঘৰ প্ৰমত্ত সিংহৰ আৰু গড়গাৱঁৰ আৰু ৰংপুৰৰ কাৰেংঘৰ ৰাজেশ্বৰসিংহৰ কীৰ্ত্তিচিহ্ন। আহোম যুগৰ মন্দিৰবোৰৰ বিশেষত্ব এই যে ইয়াৰ শিখৰবোৰ প্ৰায়

গম্বুজ আকাৰৰ, কিছুমানৰ শিখৰত শিৱ কটা আৰু কিছুমানত জ্যামিতি নক্সা কটা। কিছুমানৰ উপৰিভাগ হাতীৰ পিঠিৰ নিচিনা আৰু তাৰ ওপৰত এটি সৰু গম্বুজ। মন্দিৰৰ জংঘাভাগত নানা দেৱ-দেৱীৰ মূৰ্ত্তি খুৰাই দিয়া হৈছে। এই মূৰ্ত্তিবোৰৰ কিছুমান শিল আৰু ইটাত কটা আৰু কিছুমান কড়ালেৰে সজোৱা।

## কোঁচ স্থাপত্য :

কামাখ্যাৰ মূল মন্দিৰ আৰু হাজোৰ হয়গ্ৰীৱ মাধৱৰ মন্দিৰৰ বাহিৰে কোঁচ ৰজাসকলে নিৰ্ম্মাণ কৰা সম্পূৰ্ণ মন্দিৰ দেখিবলৈ পোৱা নেযায়। কামাখ্যা মন্দিৰটো মহাৰাজ নৰনাৰায়ণে ১৫৬৫ খৃষ্টাব্দত সজোৱাইছিল। এই মন্দিৰৰ গঠন প্ৰণালী আহোম যুগৰ মন্দিৰৰ লগত কিছু অমিল দেখা যায়। মন্দিৰৰ লগতে থকা নাট-মন্দিৰো ইটাৰে সজোৱা। ইয়াৰ কেউপিনে বেৰ থকা অসমীয়া খেৰী-ঘৰৰ আকৃতিৰ। মন্দিৰৰ মূল শিখৰৰ বাহিৰেও মণ্ডপৰ ওপৰত সৰু-ডাঙৰ কেইবাটিও শিখৰ আছে। অসমৰ ভিতৰত ইটাৰ মন্দিৰৰ ভিতৰত এইটোৱেই প্ৰাচীনতম। ৰঘুদেৱে হাজোৰ মন্দিৰটো পুনৰ নিৰ্ম্মাণ কৰায়। এই মন্দিৰৰ আকৃতি অসমৰ কোনো মন্দিৰৰ লগতে নিমিলে। কামাখ্যা আৰু হাজোৰ মাধৱ মন্দিৰৰ অধিস্থানত আগৰ মন্দিৰৰ শিলৰ ভগ্নাৱশেষ ব্যৱহাৰ কৰা দেখা যায়। কামাখ্যাৰ পশ্চিমফালে নৰনাৰায়ণে সজোৱা শিলৰ তোৰণখনি মন কৰিবলগীয়া। তোৰণৰ ওপৰত দুয়োফালে দুটা সিংহ থিয় হৈ আছে আৰু তোৰণৰ গাটো পদুমৰ চক্ৰেৰে সুশোভিত কৰা হৈছে। ইয়াতে এটি কথা কোৱা উচিত হব যে অসমৰ মন্দিৰবোৰ ভাৰতৰ মন্দিৰৰ প্ৰধান তিনি বিধৰ :—(১) নাগৰ (২) বেসৰ (৩) দ্ৰাবিড় কোনো বিধৰ ভিতৰতে নপৰে। কামাখ্যা মন্দিৰৰ শিখৰটোত "নাগৰ" আৰু "বেসৰৰ" সংমিশ্ৰণ দেখা যায়।



## কছাৰী স্থাপত্য :

আহোম বুৰঞ্জীৰপৰা জনা যায় আহোমসকলৰ সৌমাৰ পীঠত প্ৰবেশ কৰাৰ সময়ত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌৰ পৰা কলঙলৈকে এই অঞ্চলটো কছাৰী ৰাজ্য আছিল আৰু ইয়াৰ ৰাজধানী আছিল ডিমাপুৰ। ডিমাপুৰত থকা কাৰুকাৰ্য্যখচিত শিলৰ স্তম্ভবোৰ সেই সময়ত কছাৰী স্থাপত্যৰ এটি সুন্দৰ নিদৰ্শন। এইবোৰ স্মৃতিস্তম্ভ বুলি অনুমান হয়।

১৫৩৬ খ্ৰীষ্টাব্দত স্বৰ্গদেৱ চুহুংমুঙৰ ৰাজত্বকালত আহোম-সকলে ডিমাপুৰ আক্ৰমণ কৰিলত কছাৰীসকলে ডিমাপুৰ এৰি কাছাৰ জিলাৰ মাইবং নামে ঠাইত নতুনকৈ ৰাজধানী পাতে। এটি প্ৰকাণ্ড শিলৰ পৰা কাটি উলিওৱা মাইবঙৰ ৰণচণ্ডীৰ (মহামায়া দুৰ্গা) মন্দিৰটো ষষ্ঠদশ শতিকাৰ কছাৰীসকলৰ আন এটি সুন্দৰ নিদৰ্শন। এটি শিলৰ পৰা কাটি উলিওৱা মন্দিৰ মহাবলীপুৰমৰ বাহিৰে ভাৰতৰ আন ঠাইত বিৰল। ৰুদ্ৰসিংহৰ সময়ত আহোম সৈন্যসকলে ১৭০৬ খ্ৰীষ্টাব্দত মাইবং আক্ৰমণ কৰাত তেতিয়াৰ কছাৰী ৰজা তাম্ৰধ্বজ খাচপুৰলৈ পলাই যায়। গতিকে দেখা গ'ল যে অসমৰ পৰা যোৱা কছাৰীসকলৰ নাতিপুতিসকল আজি কাছাৰৰ অধিবাসী। ৰণচণ্ডীৰ মন্দিৰ আৰু স্নান মন্দিৰ সেই সময়ত আন দুটি কছাৰী স্থাপত্যৰ নিদৰ্শন। মাইবং আৰু খাচপুৰৰ ৰণচণ্ডীৰ মন্দিৰ ইটাৰ যদিও ইয়াৰ ওপৰ ভাগ অসমীয়া ঘৰৰ নিচিনা দুচলীয়া। স্নান মন্দিৰৰ ওপৰত সৰু এটি গম্বুজ আছে।

## নৱ-বৈষ্ণৱ সত্ৰ আৰু স্থাপত্য :

অসমৰ সত্ৰবোৰৰ নামঘৰ অথবা কীৰ্ত্তন ঘৰবোৰ কাঠেৰে নিৰ্ম্মিত; কেতবোৰ চাল টিনৰ আৰু কেতবোৰৰ খেৰৰ। নামঘৰ, মণিকূট (ভাজঘৰ) হাটী আৰু বাটী এই চাৰিটা বস্তু সত্ৰবোৰৰ বিশেষত্ব। বৰপেটা, কমলাবাৰী আৰু বৰদোৱাৰ কীৰ্ত্তনঘৰৰ বেৰ-

বোৰত কাঠত কটা চিত্র খুৰাই দিয়া আছে। ৰামায়ণ, মহাভাৰত, ভাগৱত আদিৰ ঘটনাবোৰ এই চিত্রৰ বিষয় বস্তু। চিত্রবোৰ বং কৰা। সত্রবোৰক কেন্দ্র কৰি সত্রীয়া শিল্প গঢ়ি উঠিছিল। গুৰু-আসন, শৰাই আদি সত্রীয়া শিল্পৰ সুন্দৰ নিদর্শন। দুখৰ বিষয় বৰপেটা, মাজুলী, তিতাবৰ আদিৰ ওচৰৰ সত্রবোৰত এনে ধৰণৰ উন্নত শিল্প লোপ পাই আহিছে। চৰকাৰে এইবোৰ পুনৰ উদ্ধাৰৰ ব্যৱস্থা কৰিবনে?

**ভাস্কৰ্য্য :**

তেজপুৰৰ ওচৰৰ দ পৰ্ব্বতীয়া গাৱঁৰ চৌকাঠত থকা মূৰ্ত্তি-ভাস্কৰ্য্যই অসমৰ ভিতৰত উৎকৃষ্ট আৰু প্ৰাচীনতম। ইয়াৰ সময় ৫ম-৬ষ্ঠ শতিকা, কাৰণ দেওঘৰ, নাচনা কুথাৰ আদি গুপ্ত যুগৰ তোৰণৰ লগত ইয়াৰ মিল আছে। শদিয়াৰ পৰা ধুবুৰীলৈকে এই এঞ্চলটোত অসংখ্য শিলৰ মূৰ্ত্তি পোৱা গৈছে আৰু এইবোৰৰ ভিতৰত কামৰূপ, দৰং, নগাওঁ জিলাত তুলনামূলকভাৱে বেছি। দেৱ-দেৱীৰ মূৰ্ত্তিৰ ভিতৰত বিষ্ণু, শিৱ, হৰিহৰ, গণেশ, ইন্দ্ৰ, ব্ৰহ্মা, অগ্নি, সূৰ্য্য, কাৰ্ত্তিক, নৰসিংহ, ভৈৰৱ, দ্বাৰপাল, দুৰ্গা, লক্ষ্মী, সৰস্বতী আদি দেৱ-দেৱীৰ মূৰ্ত্তিয়েই প্ৰধান। শিৱৰ-নটৰাজ, উমামহেশ্বৰ, —ৰূপ বিশেষ উল্লেখযোগ্য। তেনেকৈ নৃত্যৰত গণেশ আৰু কাৰ্ত্তিকৰ মূৰ্ত্তি—যাৰ সংখ্যা ভাৰতত অতি কম, মন কৰিবলগীয়া। দেও-পানীৰ বিষ্ণু আৰু হৰিহৰ মূৰ্ত্তিৰ পিঠিত থকা লিপি অসমীয়া মূৰ্ত্তি-ভাস্কৰ্য্য লিপিৰ বিশেষত্ব। অসমীয়া ভাস্কৰ্য্যৰ এটি নিজা শৈলী আছিল। ইয়াক কামৰূপী শৈলী বুলি কব পাৰি। সম্ভৱতঃ তেৰ শতিকাৰ পৰা দেশত নানা যুদ্ধ-বিগ্ৰহ, অশান্তি আদিৰ কাৰণে প্ৰাচীন অসমীয়া ভাস্কৰ্য্য-শিল্প লোপ পাইছিল। ১৬-১৭ শ শতিকাত যদিও কিছুমান খনিকৰে ইয়াৰ পুনৰ উদ্ধাৰৰ চেষ্টা কৰিছিল সেই কামত তেওঁলোকে আগৰ দৰে নিপুণতা দেখুওৱাব নোৱাৰিলে। সেই যুগৰ ভাস্কৰ্য্যৰ নিদৰ্শন আহোম যুগৰ মন্দিৰৰ গাত দেখা যায়।



প্ৰাচীন কামৰূপৰ মূৰ্ত্তিবোৰৰ পৰা সহজে অনুমান কৰিব পৰা যায় যে সেই সময়ত অসমত বিষ্ণু, শিৱ আৰু দুৰ্গা পূজাৰ প্ৰচলন বৰ বেছি আছিল আৰু ঠায়ে ঠায়ে সূৰ্য্য, হৰিহৰৰো পূজাৰ প্ৰচলন আছিল। প্ৰায়বোৰ কামৰূপৰ ৰজাৰ তামৰ ফলিত শিৱক স্তুতি কৰি আৰম্ভ কৰা দেখা যায়; সেয়ে পদ্মনাথ বিদ্যাবিনোদে শিৱক কামৰূপ ৰজাসকলৰ ইষ্টদেৱতা বুলি লিখিছে। অসমত বুদ্ধৰ কোনো মূৰ্ত্তি আবিষ্কাৰ হোৱা নাই। কোনোৱে দুই-চাৰিটা মূৰ্ত্তি বুদ্ধ অথবা বুদ্ধ সম্বন্ধীয় বুলি কব খোজে। হাজোৰ মাধৱ-দেৱালয়ৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তিটো কিছুমানে মহামুনি অৰ্থাৎ বুদ্ধৰ মূৰ্ত্তি বুলি ভাবে। এইবোৰ সন্দেহজনক। উজান বজাৰৰ এজন ভদ্ৰলোকৰ ঘৰত এটি তিব্বতী বুদ্ধৰ মূৰ্ত্তিহে আছে।

কামৰূপ জিলাৰ অন্তৰ্গত মদন কামদেৱৰ মন্দিৰ আৰু পিঙ্গলে-শ্বৰৰ শৈৱ মন্দিৰৰ ধ্বংসাৱশেষত প্ৰচুৰ পৰিমাণে নানা ভঙ্গীৰ, নানা বিধৰ মিথুন মূৰ্ত্তি দেখিবলৈ পোৱা যায়। পুৰীৰ জগন্নাথ মন্দিৰ আৰু খাজুৰাহোৰ মন্দিৰৰ গাত মিথুন মূৰ্ত্তি আছে। কিছুমান পণ্ডিতে কয় যে এই চিত্ৰবোৰ মঙ্গলসূচক। তেওঁলোকৰ মতে এই চিত্ৰবোৰ সৰ্ব্বসাধাৰণ মানুহৰ মৈথুন ক্ৰিয়াক নুবুজায়, প্ৰকৃতি আৰু পুৰুষৰহে বুজায়।

**মৃন্ময় ভাস্কৰ্য্য :**

বৰ্ত্তমানলৈকে আৱিষ্কৃত হোৱা অসমৰ মৃন্ময় ভাস্কৰ্য্যৰ ভিতৰত দহপৰ্ব্বতীয় গাৱঁত পোৱা ৫ম-৬ষ্ঠ শতিকাৰবোৰেই প্ৰাচীনতম। এতিয়া এইবোৰ ক'ত আছে জনা নেযায়। ইয়াৰ এখনত দুই আঠুত দুয়োখন হাত থৈ পদ্মাসনত বহি থকাৰ পুৰুষ মূৰ্ত্তি এটি দেখা যায়। ভীষ্মক নগৰৰ ভগ্নাৱশেষৰ মাজত, জয়সাগৰৰ ঘনশ্যাম দ'লৰ গাত থকা আৰু গোৱালপাৰাৰ বাঘাপাৰা আৰু ভাইটবাৰীত পোৱা ভালেমান সুন্দৰ সুন্দৰ ভাস্কৰ্য্যৰ চানেকি অসম ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। এইবোৰৰ কিছুমান ১৬শ-১৭শ শতিকাৰ।

আমবাৰীত এটি মাত্র ফোঁপোলা মূৰ আৰু ভৰি নোহোৱা নাৰী-মূৰ্ত্তি পোৱা গৈছে। শৰীৰৰ গঠন, অঙ্গসজ্জা আৰু কাৰিকৰিৰ ফালৰ পৰা ই অতুলনীয়া. সেয়েহে ইয়াক 'আমবাৰী ভেনাচ' আখ্যা দিয়া হৈছে। মৃন্ময় ভাস্কৰ্য্যৰ ভিতৰত জন্তু, চৰাই আৰু পত্ৰাৱলী আৰু পুষ্পাৱলীও দেখা যায়। কামাখ্যাৰ ভগ্ন মঠৰ মৃন্ময় ভাস্কৰ্য্য অতি উৎকৃষ্ট। ৰাজ্যিক পুৰাতত্ত্ব বিভাগে এই মন্দিৰটো সংৰক্ষণ কৰিছে। এই মন্দিৰটো প্ৰায় ১০০ বছৰৰ আগতে সজোৱা হৈছিল বুলি স্থানীয় লোকে কয়।

ব্ৰঞ্জ অথবা ধাতুৰ ভাস্কৰ্য্য :

অন্য প্ৰদেশৰ তুলনাত ব্ৰঞ্জ অথবা ধাতুৰ ভাস্কৰ্য্য অসমত তাকৰ হলেও যি দুই-চাৰিখন ধাতুৰ মূৰ্ত্তি পোৱা হৈছে সেইবোৰৰ কাৰুকাৰ্য্য উন্নত ধৰণৰ। ৰাজ্যিক সংগ্ৰহালয়ত থকা মহিষমৰ্দ্দিনী আৰু উমানন্দ মন্দিৰত থকা বৃষবাহন মূৰ্ত্তিয়ে ভাৰতৰ ভিতৰতে উচ্চ স্থান পাব।

আজি কেইবছৰমান আগতে (১৯৬৪ খ্ৰী :) গুৱাহাটীৰ নৱকান্তৰ পাহাৰৰ দক্ষিণফালে এটি গুহাৰ ভিতৰত ছয়ত্ৰিশ বিধমান পুৰণি সামগ্ৰী হঠাৎ আবিষ্কৃত হৈছিল। এইবোৰৰ ভিতৰত বিষ্ণু, ইন্দ্ৰ, সূৰ্য্য, গণেশ আদিৰ ব্ৰঞ্জৰ মূৰ্ত্তি আৰু এটি শিলৰ মনসা মূৰ্ত্তিয়ে অসমৰ ধাতুভাস্কৰ্য্য শিল্পৰ ভঁড়াল চহকী কৰিছে। ব্ৰঞ্জৰ এই মূৰ্ত্তিবোৰৰ বিশেষত্ব এইযে প্ৰায়বোৰ মূৰ্ত্তিয়েই সাঁচত মৰা। ইমানবোৰ বিভিন্ন দেৱ-দেৱীৰ মূৰ্ত্তি কেনেকৈ একে ঠাইতে থাকিব পাৰে এইটো চিন্তা কৰিব লগীয়া বিষয়। ইয়াৰ লগতে থকা দুটি ঘণ্টা আৰু এটি শঙ্খই প্ৰমাণ কৰে যে এই মূৰ্ত্তিবোৰৰ একালত পূজা-পাৰ্ব্বণ হৈছিল আৰু বিশেষ কাৰণবশতঃ কোনোবাই হয়তো সেইবোৰ একে ঠাইতে লুকাই থয়। এই অমূল্য সম্পদখিনি কাহিলীপাৰাৰ ওচৰৰ ওদালবাক্ৰা গাৱঁৰ শ্ৰীসূৰ্য্যকান্ত ৰাভাৰ ঘৰত অনাদৃত, অৱহেলিত, আৰু অৰক্ষিত অৱস্থাত পৰি আছে। ৰাজ্যিক সাগ্ৰহালয়ৰ কৰ্ত্তৃ-



পক্ষই বহুৰকমে চেষ্টা কৰিও এই অমূল্য সম্পদৰাশি সংগ্ৰহ কৰিব নোৱাৰিলে। অসম চৰকাৰো এই বিষয়ত কিছু উদাসীন দেখা যায়।

অলপতে গুৱাহাটীৰ আমবাৰীত আবিষ্কৃত হোৱা সুন্দৰ সুন্দৰ শিলৰ মূৰ্ত্তিবাজিয়ে অসমত তথা গোটেই ভাৰততে এটি চাঞ্চল্যৰ সৃষ্টি কৰিছে। এই মূৰ্ত্তিসমূহৰ ভিতৰত ভিন্ ভিন্ ৰূপত বিষ্ণু, দুৰ্গা, সূৰ্য্য, অগ্নি, গঙ্গা, যমুনা, নটৰাজ আৰু কেবাজনো ঋষি-মুনিৰ মূৰ্ত্তি দেখা যায়। ইয়াৰ উপৰিও সৰু-বৰ কেইবাটাও শিৱলিঙ্গ, যোনিপীঠ আৰু বৃষভৰ মূৰ্ত্তি লগতে পোৱা গৈছে। দুটি বিষ্ণু মূৰ্ত্তিৰ তলৰ ফালে দ্বাদশ শতিকাৰ লিপিৰে এটিত "বামন" আৰু আনটিত "মাধৱ" লিখা আছে। সেইদৰে এটি মুনিৰ তলৰ ফালে "অত্ৰেয়" লিখা আছে। দশভুজ নটৰাজৰ শিলৰ মূৰ্ত্তি ভাৰতত তাকৰ; আমবাৰীত পোৱা নটৰাজৰ প্ৰকাণ্ড মূৰ্ত্তিখনিয়ে এনে ধৰণৰ ভঁড়াল ৰাৰুকৈয়ে চহকী কৰিছে আৰু অসমৰ ভাস্কৰ্য্য শিল্পৰ গৌৰৱ বঢ়াইছে। ইমানবোৰ দেৱ-দেৱী, ঋষিৰ মূৰ্ত্তি, শিৱ লিঙ্গ, যোনিপীঠ আদি একেলগে থকাৰ কাৰণটো কোৱা টান। মৃন্ময় ভগ্ন নাৰী মূৰ্ত্তিৰ বিষয়ে আগতে আলোচনা কৰা হৈছে। মূৰ্ত্তিৰ গাত থকা দ্বাদশ শতাব্দীৰ লিপিৰ পৰা আৰু মূৰ্ত্তিবোৰৰ গঢ় গঠনৰ পৰা এইবোৰ দ্বাদশ শতিকাৰ আগৰ নহয় যেন লাগে। অৱশ্যে আমবাৰীত পোৱা দুৰ্গা, বিষ্ণু আৰু সূৰ্য্যৰ কেতবোৰ মূৰ্ত্তি ১০ম-১১শ শতিকালৈ নিব পৰা যায়।

**লিপি :**

লিপি বুৰঞ্জী গঠনৰ প্ৰধান সমল। প্ৰাচীন কামৰূপৰ চতুৰ্থ শতিকাৰ পৰা দ্বাদশ-ত্ৰয়োদশ শতিকাৰ বুৰঞ্জী গঠনত বিশেষকৈ শিলা-লিপি, তাম্ৰলিপি, মাটিৰ মোহৰৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হৈছে। আহোম যুগৰ বুৰঞ্জী গঠনতো, আহোমসকলে লিখি থৈ যোৱা আহোম আৰু অসমীয়া ভাষাৰ ধাৰাবাহিক বুৰঞ্জীৰ বাহিৰে, তাম্ৰলিপি, শিলা-লিপি, মুদ্ৰালিপিৰ ওপৰত ভালেখিনি নিৰ্ভৰ কৰিবলগীয়া হৈছে। মহা-

মহোপাধ্যায় পণ্ডিত পদ্মনাথ বিদ্যাবিনোদ মহোদয়ে তেতিয়ালৈকে আবিষ্কৃত হোৱা প্ৰাচীন কামৰূপ সম্বন্ধীয় সকলোবোৰ সংস্কৃতিমূলক লিপি সঙ্কলন আৰু সেইবোৰৰ বঙালী অনুবাদ কৰি তেখেতৰ বহুমূলীয়া গ্ৰন্থ "কামৰূপ শাসনাৱলীত" ১৯৩৩ খ্ৰীষ্টাব্দতে প্ৰকাশ কৰিছে। তেখেতৰ এই মহান অৱদানৰ কাৰণে অসমৰ ৰাইজ বিশেষকৈ বুৰঞ্জী অনুৰাগীসকল তেখেতৰ ওচৰত চিৰকৃতজ্ঞ। সৌভাগ্যবশতঃ পিচত সেই যুগ সম্বন্ধীয় আৰো কেবাখনো লিপি উদ্ধাৰ কৰা হৈছে আৰু সেইবোৰৰ যথাসময়ত পাঠোদ্ধাৰ কৰি আলোচনী পত্ৰিকাত প্ৰকাশ কৰা হৈছে। শ্ৰীপ্ৰেমধৰ চৌধুৰীদেৱে কামাখ্যাৰ সুৰেন্দ্ৰ বৰ্ম্মাৰ উমাচল শিলালিপি, ভাস্কৰ বৰ্ম্মাৰ ডুবি তামৰ ফলি, বনমাল বৰ্ম্মাৰ তেজপুৰ তামৰ ফলি আৰু ধৰ্ম্মপালৰ খোনামুখ তামৰ ফলিৰ পাঠোদ্ধাৰ কৰি এইবোৰত থকা বুৰঞ্জীৰ তথ্যবোৰ সময়ে সময়ে কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ মুখপত্ৰ "Epigraphy indica" ত প্ৰকাশ কৰিছে। এতিয়ালৈকে আবিষ্কৃত হোৱা লিপিসমূহৰ ভিতৰত প্ৰাচীনতম উমাচল শিলালিপিৰ মতে মহাৰাজাধিৰাজ সুৰেন্দ্ৰ বৰ্ম্মাই বলভদ্ৰ স্বামীৰ কাৰণে বিষ্ণু মন্দিৰ এটি নিৰ্ম্মাণ কৰিছিল। সেইদৰে ডক্টৰ শ্ৰীপ্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে গোপালদেৱৰ গছতলৰ তাম্ৰলিপি, বল্লপালৰ চৱত্‌বাৰী তাম্ৰলিপি, আমবাৰীৰ সমুদ্ৰপালৰ আৰু গছতলৰ শিলালিপি আৰু দেওপানীৰ হৰিহৰ মূৰ্ত্তিৰ (ৰাজ্যিক সংগ্ৰহালয়ৰ) লিপিৰ পাঠোদ্ধাৰ কৰি ভিন ভিন সময়ত আলোচনী আৰু পত্ৰিকাত প্ৰকাশ কৰিছে। গোপালদেৱৰ শাসনৰ মতে "লক্ষ্মী সদৃশা" ৰাণীৰ জন্ম ৰাষ্ট্ৰকূট বংশত। ৰজা বিজেতা আছিল। অসমীয়া ভাষা আৰু ধৰ্ম্মৰ ফালৰ পৰা আমবাৰীৰ শিলালিপি তাৎপৰ্য্যপূৰ্ণ। ইয়াত 'সত্ৰ' আৰু 'হাটীৰ' উল্লেখ মন কৰিবলগীয়া। এইখনেই প্ৰাচীন কামৰূপী ভাষা আৰু গদ্য সাহিত্যৰ প্ৰথম নিদৰ্শন।

সেয়ে হলে অসমীয়া গদ্য সাহিত্যৰ ৰচনা কাল অন্ততঃ তেৰ শতিকালৈকে পিচুৱাই যায়। উল্লেখযোগ্য ইয়াত থকা 'ঈশবান চক্ৰ'ৰ অৰ্থ চৌধুৰীদেৱে ১১৫৪ শক হব বুলি ভাবে আৰু সেয়ে হলে সমুদ্ৰ



পালৰ ৰাজত্বকাল জয়পালৰ পিচত হব। গোলাঘাটৰ দেৱৰায় কলেজৰ অধ্যক্ষ ডক্টৰ মোহিনী শইকীয়াই সৰুপথাৰৰ ওচৰৰ খনিকৰ গাওঁত এখনি প্ৰাচীন ভগ্ন শিলালিপি উদ্ধাৰ কৰে। ফলিত ৰজাৰ নাম পোৱা নেযায়। ফলিখনিৰ পাঠোদ্ধাৰ কৰি ডক্টৰ চৌধুৰী ডাঙৰীয়াই অলপতে "দৈনিক অসমত" প্ৰবন্ধ আকাৰে প্ৰকাশ কৰিছে। চৌধুৰী ডাঙৰীয়াৰ মতে লিপিতত্ত্বৰ ফালৰ পৰা ফলিৰ দাতা ভাস্কৰ বৰ্ম্মা হব পাৰে। প্ৰাপ্তিস্থানৰ পৰা প্ৰমাণ হয় যে তেতিয়া কামৰূপৰ সীমা নগা পাহাৰৰ ওচৰলৈকে আছিল। বৰ সুখৰ বিষয় যে অসম চৰকাৰৰ প্ৰকাশন বিভাগে ইতিমধ্যে বিদ্যাবিনোদৰ "কামৰূপ শাসনাৱলী" গ্ৰন্থখনি নতুনকৈ সঙ্কলন কৰিবলৈ লৈছে। এই পুথিখনিত নতুনকৈ পোৱা প্ৰাচীন কামৰূপী লিপিবোৰো সন্নিবিষ্ট কৰা হব। নতুন সঙ্কলনৰ ভাৰ ডক্টৰ শ্ৰীডিম্বেশ্বৰ শৰ্ম্মাদেৱৰ ওপৰত ন্যস্ত কৰা হৈছে। ডক্টৰ মহেশ্বৰ নেওগ ডাঙৰীয়াই আহোম, কোঁচ, কছাৰী আদি ৰজাসকলৰ তামৰ ফলি, শিলৰ ফলি, ৰবটোপ আদি লিপিবোৰ সংগ্ৰহ কৰি ইতিমধ্যে সেইবোৰ সঙ্কলন কৰি ছপাবলৈ যুগুত কৰিছে। এই দুখনি বহুমূলীয়া পুথি প্ৰকাশ পালে বুৰঞ্জী অনুৰাগী আৰু ছাত্ৰসকল নথৈ উপকৃত হব আৰু অসমৰ এখনি নতুন সৰ্ব্বাঙ্গ বুৰঞ্জী গঠনত ভালেমান নতুন তথ্যৰ সমল যোগাব পাৰিব। অসম সহিত্য সভাই কামৰূপৰ প্ৰাচীন ইতিহাসৰ এগৰাকী প্ৰধান পথপ্ৰদৰ্শক কনকলাল বৰুৱাৰ জন্মশত বাৰ্ষিকী পালন কৰি এই ঐতিহাসিক গৰাকীৰ গৱেষণা কালসমূহ Studies in the Early History of Assam ডঃ মহেশ্বৰ নেওগৰ সম্পাদনাত প্ৰকাশ কৰি উলিয়াইছে লগতে বৰুৱাদেৱৰ অতি মূল্যৱান বুৰঞ্জী শাখাৰ অভিভাষণ আৰু আন আন বুৰঞ্জীমূলক প্ৰবন্ধ শ্ৰীনন্দ তালুকদাৰৰ দ্বাৰা সঞ্চলিত কনকলাল বৰুৱাৰ ৰচনাৱলীত সন্নিবিষ্ট কৰিছে। এই দুয়োটি কাৰ্য্যই অসমৰ বুৰঞ্জী অধ্যয়নৰ ফালৰ পৰা গুৰুত্বপূৰ্ণ। তাৰ বাবে সাহিত্য সভা প্ৰশংসাৰ পাত্ৰ। উল্লেখযোগ্য যে প্ৰাচীন কামৰূপৰ লিপিবোৰৰ ভিতৰত দুখনতহে তাৰিখ দিয়া আছে, যেনে, তেজপুৰৰ ওচৰত থকা যজুৰ বৰ্ম্মাৰ শিলা-

লিপিত ৫১০ গুপ্ত আৰু উত্তৰ গুৱাহাটীৰ কানাই বৰশী বোৱা লিপিত ১১২৭ শক। কিছুমান তামৰ ফলিত ৰজাৰ ৰাজত্ব কৰাৰ বছৰটো লিখা আছে। ফাৰ্চী অথবা আৰৱী ভাষাৰ শিলালিপি মাত্ৰ এতিয়ালৈকে তিনিখনহে পোৱা গৈছে, তাৰে এখন পোৱামৰুাৰ মছজিদৰ গাত, এখন কামাখ্যা পাহাৰৰ শিলত কটা আৰু আনখন ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত আছে। দুই-চাৰিটা মোগলৰ পৰা কাঢ়ি লোৱা বৰটোপতো ফাৰ্চী লিপি আছে।

মুদ্ৰা :

প্ৰাচীন কামৰূপৰ কোনো ৰজাৰে মুদ্ৰা এতিয়ালৈকে আবিষ্কৃত হোৱা নাই যদিও প্ৰাক্-আহোম যুগৰ ৰজাসকলে নিজৰ নামত যে মুদ্ৰা মৰোৱা নাছিল এইটো বিশ্বাস কৰা টান। জয়পালৰ (১১০৫-১১২৫ খ্ৰীঃ) শিলিমপুৰ শাসনৰ মতে ৰজাই নিজৰ ওজনৰ সমান (তুলাপুৰুষ) সোণৰ উপৰিও ৯০০ সোণৰ মোহৰ প্ৰহাস নামে এজন ব্ৰাহ্মণক দিব খুজিছিল। গতিকে সেই ৰজাজনে সোণৰ মোহৰ মাৰিছিল। কুমাৰ ভাস্কৰবৰ্ম্মাৰ বন্ধু হৰ্ষবৰ্দ্ধনে আৰু উভয়ৰে শত্ৰু শশাঙ্কয়ো নিজৰ নামত মুদ্ৰা মাৰিছিল। তেনেহলে পূৰ্ব্বভাৰতৰ সম্ৰাট ভাস্কৰ বৰ্ম্মাৰ নিজৰ মুদ্ৰা নথকাতো বিশ্বাস নহয়। তেতিয়াৰ দিনত সোণ, ৰূপ আৰু তামৰ অভাৱ নাছিল। তাম গলাই খোদিত কৰা অথবা পোৰা মাটিত লিখা কৌশল তেতিয়া অবিদিত নাছিল; নিধনপুৰ, ডুবি তামৰ ফলি আৰু নালন্দাত পোৱা মাটিৰ মোহৰবোৰে তাৰ সাক্ষী দিয়ে।

এতিয়ালৈকে আবিষ্কৃত হোৱা মুদ্ৰাৰ ভিতৰত আহোম ৰজা চুক্লেংমুঙৰ ১৫৪৩ চনত মৰা ৰূপৰ আঁঠচুকীয়া মুদ্ৰা আৰু কোঁচ ৰজা নৰনাৰায়ণৰ ১৫৫৫ চনৰ ঘূৰণীয়া মুদ্ৰাই প্ৰাচীনতম। হৰকান্ত সদৰ আমিনৰ বুৰঞ্জীত পোৱা যায় যে চুদাংফা ৰামুণী কোঁৱৰে (১৩৯৭-১৪০৭-খ্ৰী:) শিঙৰিঘৰত উঠাৰ লগে লগে নিজৰ নামত মুদ্ৰা মাৰিছিল। এইকথা সম্ভৱপৰ, কাৰণ এইজনা উচ্চাভিলাষী ৰজাই আহোম ৰজা-



সকলৰ ভিতৰত প্ৰথমে শিঙৰিঘৰত উঠি আহোম সকলৰ মাজত পোন প্ৰথমে হিন্দু ধৰ্ম্মৰ বীজ ৰোপণ কৰিছিল। গতিকে পোন প্ৰথমে মুদ্ৰা মৰাই আন এটি নতুনত্ব কৰাৰ কথা সম্ভৱপৰ। আহোম বুৰঞ্জী মতে দিহিঙ্গীয়া ৰজাই (১৪৯৭-১৫৩৯ খ্ৰীঃ) জগন্নাথক্ষেত্ৰৰ বিগ্ৰহৰ কাৰণে এটি পুখুৰী খান্দিবলৈ চুখাম ঘৰসন্দিকৈক দুশ সোণৰ মুদ্ৰা লগত দি পুৰিলৈ পঠিয়াইছিল। দিহিঙ্গীয়া ৰজা এজন প্ৰবল প্ৰতাপী ৰজা আছিল। তেওঁৰ দিনত ব্ৰাহ্মণসকলৰ প্ৰতিপত্তি বাঢ়ে আৰু নিজেও হিন্দুমতে স্বৰ্গনাৰায়ণ উপাধি গ্ৰহণ কৰে। তেনেস্থলত তেওঁ মোহৰ অথবা মুদ্ৰা মৰোৱা কথা বিশ্বাসযোগ্য। গতিকে চুক্লেংমুঙৰ আগৰ ৰজাসকলেও যে মুদ্ৰা মৰাইছিল এই কথা বিশ্বাস কৰিবৰ যথেষ্ট থল আছে। কোঁচবিহাৰৰ এখন বুৰঞ্জীৰ মতে বিশ্বসিংহ সিংহাসনত উঠাৰ লগে লগে ১৪১৩ শকত (১৪৯১ খ্ৰীঃ) পোন প্ৰথমে কোচ মুদ্ৰা মাৰিছিল আৰু আহোম ৰজা চুক্লেংমুঙলৈ ৫০০ মুদ্ৰা আৰু পাঁচোটা ঘোঁৰা উপহাৰ পঠিয়াইছিল। মধ্য যুগৰ শেষৰ ফালে আহোম আৰু কোঁচসকলৰ বাহিৰে কছাৰী, জয়ন্তীয়া আৰু মণিপুৰী এনেকি মোৱামৰীয়া ৰজাসকলেও মুদ্ৰা মাৰিছিল। এই মুদ্ৰাবোৰৰ বেছিভাগ ৰূপৰ, অতি কম সংখ্যকহে সোণৰ আছিল। ব্ৰজনাথ সিংহৰ মাত্ৰ এটি ১পন মূল্যৰ তামৰ মুদ্ৰা কলিকতাৰ মিউজিয়মত থকা বুলি খবৰ পোৱা গৈছে।

এবছৰমান আগতে গোৱালপাৰাৰ ওচৰৰ পাগলাটেক্ মন্দিৰৰ তেনেই ওচৰতে ব্ৰহ্মপুত্ৰৰ পাৰৰ পৰা মাটি খান্দি আনি ওচৰৰ এখন ৰজাৰৰ ঠাইত পেলোৱাতে সেই মাটিৰ লগত কেইবাটিও সোণৰ মুদ্ৰা পোৱা গৈছিল। তাৰে বহু কষ্ট আৰু চেষ্টাৰ ফলত কেইবাদিনৰ পিচত মাত্ৰ চৈধ্যটাহে উদ্ধাৰ কৰিব পৰা হৈছে। সেইকেইটা বৰ্ত্তমানে ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। মুদ্ৰাৰ এফালে অপৈণত শিল্পীৰ হাতৰ থিয় অৱস্থাত হাতত ধনু-কাঁড় লৈ থকা ৰজাৰ প্ৰতিকৃতি আৰু আনফালে সম্ভৱতঃ লক্ষ্মীৰ বহি থকা প্ৰতিকৃতি। ইয়াত

কোনো আখৰ থাকিলেও পঢ়া নেযায়। এই মুদ্ৰাবোৰত পৰৱৰ্ত্তী গুপ্ত মুদ্ৰাৰ ছাঁ পৰা দেখা যায়। অসমীয়া ভাস্কৰ্য্য আৰু লিপিত গুপ্ত প্ৰভাৱৰ কথা আগতে কৈ আহিছো। গতিকে এই মুদ্ৰাবোৰ প্ৰাচীন কামৰূপৰ কোনো ৰজাৰ বুলি ভাবিবৰ থল আছে। অসমৰ বাহিৰৰ কেইজনমান মুদ্ৰাবিদৰ মতে ৫ম, ৬ষ্ঠ শতিকাত পূৰ্ব্বভাৰত অঞ্চলত এনে ধৰণৰ মুদ্ৰাৰ প্ৰচলন আছিল; এইবোৰ কোন ৰজাই মাৰিছিল কোৱা টান। কাৰণ তাত ৰজাৰ নাম-গুণ একোৱেই নাই

**অব্দ :**

বঙ্গদেশত ব্যৱহাৰ হোৱা বঙ্গাব্দৰ লগত ৫৯৪ খ্ৰীষ্টাব্দৰ পৰা আৰম্ভ হোৱা ভাস্কৰাব্দৰ আচৰিত ধৰণে মিল দেখা যায়। সেয়েহে বঙ্গাব্দটো ভাস্কৰাব্দ বুলি কিছুমান পণ্ডিতে ভাবে আৰু যথেষ্ট যুক্তি দেখুৱাই ইয়াৰ সত্যতা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে। আগতে কোৱা হৈছে যে ভাস্কৰ বৰ্ম্মাৰ ৰাজ্য কুশী নদীলৈকে বিস্তৃত আছিল আৰু মধ্যবঙ্গ, উত্তৰবঙ্গ আদি অঞ্চলটো তেওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। অষ্টম শতিকাৰ শ্ৰীহৰ্ষবৰ্ম্মাৰ দিনলৈকে এই অঞ্চলটো কামৰূপৰ ৰজাসকলৰ তলতীয়া আছিল। এই কথা বঙালী বুৰঞ্জীবিদসকলেও স্বীকাৰ কৰিছে। অনুমান হয় যে ভাস্কৰ বৰ্ম্মাই ৰাজত্ব কৰাৰ লগে লগে বঙ্গদেশতো ভাস্কৰাব্দ ব্যৱহাৰ কৰা হৈছিল আৰু তেতিয়াৰ পৰা ই বঙ্গদেশত থাকি গ'ল। ত্ৰিপুৰাত পোৱা তামৰ ফলিৰ জয়তুঙ্গদেৱক কনকলাল বৰুৱাই শালস্তম্ভ বুলি কব খোজে। তেওঁৰ মতে শালস্তম্ভই অৱন্তি বৰ্ম্মনক হৰুৱাই এই নাম লৈছিল। ডক্টৰ প্ৰতাপ চৌধুৰীৰ মতে শালস্তম্ভই অৱন্তি বৰ্ম্মন। সি যিয়েই নহওক, তেওঁলোক উভয়ৰে মতে এই ফলিত থকা আৰু ৰাধা গোবিন্দ বসাকে পঢ়া মতে ৪৪ ভাস্কৰাব্দহে। তেনেকৈ কামৰূপ পুৰাতত্ত্বত উল্লেখ কৰা অব্দবোৰ ভাস্কৰাব্দহে। এই ভাস্কৰাব্দ কামৰূপ অব্দ নামেও জনা যায়। কনকলাল বৰুৱাদেৱে এই বিষয়ে কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকাত বিশদভাৱে আলোচনা কৰিছে। আনহাতে সংস্কৃত



সাঁচিপতীয়া পুথি "নীলকণ্ঠ স্তৱঃ"ত লিখা "১১২৯ নৃপ শক" ভাস্কৰাব্দ অথবা কামৰূপ অব্দ। "সাত্বত তন্ত্ৰম্" নামে পুথিখনি ৪৮০ শঙ্কৰাব্দত নকল কৰা হৈছে বুলি লিখা আছে। কোৱা বাহুল্য যে শ্ৰীশঙ্কৰদেৱৰ জন্ম ১৪৪৯ খ্ৰীষ্টাব্দৰ পৰা অব্দ আৰম্ভ হৈছিল। মহাপুৰুষীয়া সত্ৰকেইখন মানত এই অব্দৰ এতিয়ালৈকে প্ৰচলন হৈ আছে। ভৱিষ্যতলৈ অসমীয়া পঞ্জিকা আদিত বঙালী চনৰ পৰিবৰ্ত্তে ভাস্কৰাব্দ আৰু শঙ্কৰাব্দ ব্যৱহাৰ কৰাটো বাঞ্ছনীয়।

**বস্ত্ৰ, পোছাক, অলঙ্কাৰ, আদি :** প্ৰাচীন অসমত "ক্ষৌম", "দুকুল" আৰু "পত্ৰোৰ্ণ" এই তিনিপ্ৰকাৰ কাপোৰৰ নাম পোৱা যায়। "ক্ষৌম" কাপোৰ অতি মূল্যৱান আছিল কাৰণে উৎসৱ আদিতহে ইয়াক ব্যৱহাৰ কৰিছিল। "দুকুল" কাপোৰৰ নাম বন্নপালৰ "বড়গাওঁ" তামৰ ফলিত উল্লেখ আছে। পদ্মনাথ বিদ্যাবিনোদৰ মতে 'দুকুল' শব্দৰ অৰ্থ "চিক্কৰ কাপোৰ"। কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ মতে কামৰূপৰ 'দুকুল' কাপোৰ আটাইতকৈ শ্ৰেষ্ঠ। কোনো কোনো পণ্ডিতৰ মতে 'পত্ৰোৰ্ণ' বৰ্ত্তমানৰ এৰী কাপোৰ। কনকলাল বৰুৱাৰ মতে এই কাপোৰ গছৰ ছালৰ পৰা তৈয়াৰ হোৱা সূতাৰে নিৰ্ম্মিত। কালিকাপুৰাণত কৰ্পাশ, (কপাহী) কম্বল, (নোমাল) বল্ক (গছৰ ছালৰ) আৰু কোষজ (ৰেচম) নামৰ চাৰিবিধ কাপোৰৰ নামৰ উল্লেখ পোৱা যায়। ভাস্কৰ বৰ্ম্মাই শ্ৰীহৰ্ষবৰ্দ্ধনলৈ এখন 'ক্ষৌম" কাপোৰ পঠিয়াইছিল আৰু তেওঁলৈ পঠিওৱা "আভোগ" ছাতিটো "দুকুল" কাপোৰেৰে আবৃত আছিল। এইজনা ৰজাই হিৰেনচাঙক উপহাৰ দিয়া "হো-লা-লি" টুপীটো জন্তুৰ ছালেৰে নিৰ্ম্মিত আছিল। "কোষজ" জাতীয় কাপোৰ এৰী, মুগা আৰু পাট এতিয়াও প্ৰখ্যাত। মুগা দুই প্ৰকাৰৰ আছিল। যেনে, "চম্পা" আৰু "মেজাঙ্কৰী"। চম্পা মুগা শুভ্ৰ, ইয়াৰে ৰজা-ৰাণী, ৰাজকোঁৱৰ আৰু পাত্ৰ-মন্ত্ৰীসকলে সাজ পোষাক তৈয়াৰ কৰিছিল। মেজাঙ্কৰী মুগা উচ্চপদবীৰ লোকসকলে ব্যৱহাৰ কৰিছিল।

স্বৰ্গদেউ ৰুদ্ৰসিংহই পোন প্ৰথমে মোগলৰ পৰা বজাৰ আৰু বিষয়া-সকলৰ কাৰণে পোছাক আনিছিল। আহোম যুগত চোলাৰ ভিতৰত "বজাচোলা", "এঙাচোলা" আৰু "বুকুচোলা" প্ৰখ্যাত। উচ্চ শ্ৰেণীৰ মহিলাসকলে কিংখাপৰ মেখেলা পিন্ধিছিল। কালিকাপুৰাণত চল্লিশ বিধ অলঙ্কাৰৰ নাম পোৱা যায়। শঙ্কৰদেৱ, মাধৱদেৱ আদি বৈষ্ণৱ কবিসকলৰ ৰচনাত অসমীয়া অলঙ্কাৰৰ সুন্দৰ বৰ্ণনা দিয়া আছে। শঙ্কৰদেৱে লিখিছে।

"ককালে কিঙ্কিণী বাজে চৰণ কমল মাজে
বত্নৰ নুপূৰ ৰুণজুণ।"
"মুকুট কুণ্ডল গলে সাতসৰী হাৰ
কেয়ূৰ কঙ্কণ বাজে নেপূৰ পাৰৱ॥"

আগৰ দিনত সম্ভ্ৰান্ত লোকৰ জীয়াৰী-বোৱাৰীসকলে বিশেষকৈ বিয়া-সবাহত দহো আঙ্গুলিত দহোবিধ আঙঠি পিন্ধিছিল। আঙঠি কেবাপ্ৰকাৰৰ আছিল যেনেঃ- শেনপখীয়া, গুঁইনেজীয়া, জেঠীনেজীয়া, পদুমকলীয়া ইত্যাদি। কাণৰ অলঙ্কাৰৰ ভিতৰত থুৰীয়া, জাংফাই কেৰু, কঁৰীয়া, মকৰকুণ্ডল, সোণা আৰু জিঞ্জি-বিয়েই প্ৰসিদ্ধ। জাংফাই কেবাবিধৰো আছিল যেনে—মতা, উকা, মৌজুলীয়া আৰু সৰিয়হফুলীয়া। হাতীদাঁতৰ থুৰীয়া আৰু খাৰু একালত জীয়াৰী-বোৱাৰীসকলৰ আদৰৰ বস্তু আছিল। ভাস্কৰ বৰ্ম্মাই শ্ৰীহৰ্ষলৈ হাতীদাঁতৰ কুণ্ডলো উপহাৰ পঠিয়াইছিল।

**বৌদ্ধ, মুছলমান, শিখ, জৈন আদি ধৰ্ম্মাৱলম্বী লোকসকলঃ**

হিউৱেনচাঙৰ বিৱৰণীত অসমত বৌদ্ধধৰ্ম্মৰ বহুল প্ৰচলন নাছিল বুলি জনা যায়। আনহাতে ৰাজতৰঙ্গিণীৰ মতে কামৰূপ ৰজাৰ জীয়াৰী কাশ্মীৰৰ ৰাণী অমৃতপ্ৰভাই তেওঁৰ পিতৃভূমিৰ পৰা বৌদ্ধ পণ্ডিত স্তোনপানক লৈ গৈ সুদূৰ কাশ্মীৰত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। বজ্ৰাচাৰ্য্যসকলৰ কেবাজনো পণ্ডিত কামৰূপৰ লগত জড়িত আছিল। এইসকলৰ ভিতৰত নাগাৰ্জ্জুন, মীননাথ আৰু



বাহুল প্ৰধান। লামা তাৰানাথে বুদ্ধদেৱে প্ৰাচ্যৰ এঠাইত দেহত্যাগ কৰা বুলি কৈছে। ভোতান, তিব্বত আৰু দক্ষিণ-পশ্চিম চীনৰ লামাসকলে হাজোক বুদ্ধদেৱৰ মহাপৰিনিৰ্ব্বাণৰ স্থান বুলি বিশ্বাস কৰে। কোনো কোনো পণ্ডিতে ( তাৰ ভিতৰত ডক্টৰ ৰাডেল এজন ) হাজোৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তিটো বুদ্ধৰ মূৰ্ত্তি বুলি কব খোজে ( কাপো-ৰেৰে ঢাকি থোৱাৰ কাৰণে মূৰ্ত্তিটো চিনাক্ত কৰা অসুবিধা হৈছে )। কোনো কোনো পণ্ডিতৰ মতে বৌদ্ধ ধৰ্ম্মই শেষকালত বজ্ৰযান নাইবা তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ আকাৰ লয়। ডঃ ৰাডেল চাহাবে লিখা "পাগ চামজন্ জেন" নামৰ পুথিৰ মতে ( সৰহপাদ ) আছিল তন্ত্ৰৰ প্ৰতিষ্ঠাপক। ব্ৰাহ্মণ্য ধৰ্ম্ম আৰু বৌদ্ধৰ সানমিহলি অৱস্থাই হ'ল তন্ত্ৰৰ মূল। শঙ্কৰদেৱৰ সময়তো বামাচাৰী তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ প্ৰচলন প্ৰবলভাৱে হৈছিল।

বৰ্ত্তমান প্ৰায়বোৰ জিলাতে বৌদ্ধধৰ্ম্মী লোকসকল সিঁচৰিত হৈ আছে। মেম্ব', খাম্বা, খামতিয়াল, ফাকিয়াল চিংফৌ, ফাকিয়াল, তুৰুং, নৰা, খামজাং আৰু আইতনীয়াসকল বৌদ্ধ। কামৰূপৰ দেৱানগিৰিৰ ওচৰত এখন ভুতীয়া বৌদ্ধ গাওঁ আছে। মাৰ্ঘেৰিটাৰ ওচৰৰ দিহিং নদীৰ পাৰৰ এখন গাওঁত এটি বৌদ্ধবিহাৰ আছে। শিৱসাগৰ মহকুমাৰ চলাপথাৰ আৰু দিচাংপানীত বৌদ্ধবিহাৰ আছে। গাৰোপাহাৰ আৰু গোৱালপাৰা জিলাতো বৌদ্ধ গাওঁ আছে।

মুছলমান আক্ৰমণৰ লগত অহা কিছুমান লোক অসমত থাকি যোৱাত এই দেশত মুছলমানৰ বসতি আৰম্ভ হয়। সপ্তদশ শতিকাৰ মুছলমানসকলে কামৰূপ দখল কৰি হাজোত থানা পাতি হাজো, পাটিদৰং আৰু পাথৰিঘাট আদিত মুছলমানৰ বসতি বঢ়ায়। ১৬ শ শতিকাৰ ইচলাম প্ৰচাৰক গিয়াচুদ্দিন্ আউলীয়াৰ পোৱামক্কাত এটি কবৰ আছে। পোৱামক্কাৰ মছজিদৰ বেৰত থকা ফাৰ্চী ভাষাৰ লিপিখিনিৰ পৰা জনা যায় যে দিল্লীৰ বাদচাহ ছাহজাহানৰ ৰাজত্ব-কালত ১৬৫৭ খৃষ্টাব্দত হাজোৰ থানাদাৰ লুট্ফুল্লা-ই চিৰাজীয়ে এই

ঠাইত এটি মছজিদ সজায়। সেই সুযোগতে পোৱামক্কাৰ আশে পাশে মুছলমানৰ বসতি হয়। ধুবুৰীৰ ওচৰৰ পাণবাৰীত বঙামাটিৰ মছজিদ বুলি প্ৰসিদ্ধ মছজিদটো অসমত মোগল স্থাপত্যৰ এটি সুন্দৰ নিদৰ্শন। ১৬৮৭ খৃষ্টাব্দত বঙ্গৰ নবাব ছুছেন ছাহে এই মছজিদ সজায় বুলি কয়। গোৱালপাৰা জিলাত কেবাখনিও দৰগাহ, খানকাহ বা মাজাৰ আছে। তাৰ ভিতৰত ধুবুৰীৰ পাঁচ পীৰৰ দৰগাহ প্ৰখ্যাত। (চাহ আকবৰ, চাহবাগমাৰ, চাহ শৰণ, চাহ সূফী আৰু চাহ কামাল এইকেইজন পাঁচ পীৰ আছিল।) হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকে ইয়াত মানস কৰিলে ফল পায় বুলি বিশ্বাস কৰে। মানিকাচৰত মিৰজুমলাই সজোৱা এটি মছজিদ আছে। পাঁচ পীৰৰ চাহ কামালৰ লগত জড়িত খানকাহ এটি গাৰোপাহাৰত আছে। আজান ফকিৰৰ জিকিৰ গীত অসমৰ হিন্দু-মুছলমান উভয়ৰে প্ৰিয়। আজান ফকিৰে প্ৰায় তুশ বছৰ আগতে অসমলৈ আহি "কোৰাণ-ভাগৱতৰ" সামঞ্জস্য ৰাখি শ শ গীত ৰচনা কৰিছিল।

মুছলমানসকলে অসমত আৰম্ভৰে পৰা স্থানীয় লোকৰ লগত মিলিজুলি বাস কৰি আহিছে। ফলত দুই পক্ষৰ মাজত ধৰ্ম আৰু সাংস্কৃতিক আদান-প্ৰদান হয়। অসমীয়া মন্ত্ৰ-সাহিত্যত 'নবী', 'ৰছুল', 'মহম্মদ' আদি শব্দ সোমাল। চান্দসাই যৱন শ্ৰীশঙ্কৰদেৱৰ আৰু যৱন জয়হৰি আতৈ মাধৱদেৱৰ ওচৰত শৰণ লৈছিল। সেয়েহে 'ফটিয়া-ই-ইব্ৰিয়াত' ছাহাবুদ্দিন টালিছে লিখি থৈ গৈছে 'অসমৰ মুছলমানে অসমীয়াকহে ভাল পায়'। তেওঁৰ লগতে সুৰ মিলাই আমিও কওঁ—"অসমৰ হিন্দুৱে মুছলমানক ভাল পায়।" অসমীয়াৰ মানত 'হিন্দু-মুছলমান এজনী আইৰ সন্তান, আল্লা আৰু ঈশ্বৰ এজন। প্ৰবাদ আছে যে শিখ ধৰ্মপ্ৰৱৰ্ত্তক নানক কামৰূপলৈ আহিছিল। ৰামসিংহৰ লগত শিখ গুৰু টেগ্ বাহাদুৰে ১৬৬৭ খৃষ্টাব্দত ধুবুৰীলৈ আহি তাত এটি গুৰুদ্বাৰ সজায়। টেগ বাহাদুৰৰ লগত অহা তেওঁৰ শিষ্যসকলৰ নাতি-পুতি বোৰ



এতিয়াও ধুবুৰী আৰু ছাওতলাত আছে। মুছলমান আক্ৰমণৰ লগত অহা শিখসকলৰ নাতি-পুতি কিছুমানো নগাওঁত আছে। এওঁলোকে অসমীয়া বুলিয়ে পৰিচয় দিয়ে। কিছুমান জৈনধৰ্ম্মী লোক ৰাজস্থানৰ পৰা বেহা-বেপাৰ কৰিবলৈ আহি অসমতে ৰৈ যায়। গুৱাহাটী, ধুবুৰী আদি ঠাইত জৈন মন্দিৰ আছে। অসমৰ ভাষা-সংস্কৃতি আদিৰ উন্নতিৰ কাৰণে ৰাজস্থানৰ পৰা অহা জৈন আৰু অন্যান্য ধৰ্ম্মীলোকসকল পাঞ্জাবৰ শিখ আৰু বিহাৰ, উত্তৰ প্ৰদেশৰ লোকসকলৰ যথেষ্ট অৱদান আছে।

**ভাষা ঃ**

হিৰেনচাণ্ডৰ বিবৰণীৰ মতে জনা যায় যে সেই সময়ৰ কামৰূপৰ ভাষাৰ মধ্য ভাৰতৰ (মিথিলা) ভাষাৰ লগত অলপহে পাৰ্থক্য আছিল। সম্ভৱতঃ কামৰূপী ভাষা মগধলৈকে চলিছিল। ১০ম-১১শ শতিকাত লিখা চৰ্য্যাপদৰ ভাষা মৈথিলী-কামৰূপী, বৰপেটাৰ ওচৰৰ লেহীডিঙৰাৰ ডাকৰ বচন, কামাখ্যাৰ দুৰ্গাবৰী কায়স্থই লিখা বেউলা উপাখ্যানৰ ভাষা অসমীয়া। চৈধ্য-পোন্ধৰ শতিকাৰ কবিসকলৰ ভিতৰত হেম সৰস্বতী, মাধৱ কন্দলী, শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলী, ৰাম সৰস্বতী আদি বৈষ্ণৱ কবিসকলৰ ৰচনাই অসমীয়া ভাষা চহকী কৰিছে। মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাপণ্ডিত স্মৃতিকাৰক পীতাম্বৰ সিদ্ধান্ত বাগীশ, বৈয়াকৰণিক পুৰুষোত্তম বিদ্যাবাগীশ আদি সংস্কৃত পণ্ডিতসকল, অসমীয়া জ্যোতিষী বংশীবদন দ্বিজ, আয়ুৰ্ব্বেদ বিশাৰদ ব্ৰজনাথ শৰ্ম্মা আছিল অসমীয়া। আমবাৰীৰ শিলালিপিত ত্ৰয়োদশ শতিকাৰ আগভাগতেই অসমীয়া গদ্য সাহিত্যৰ নমুনা পোৱা যায়। টাই আহোমসকলে ত্ৰয়োদশ শতিকাৰ পৰা গদ্যত তাও চিঙা আৰু লাক্লি অনুযায়ী বুৰঞ্জী লিখিছিল। সোতৰ শতিকাৰ শেষভাগৰ পৰা আহোমসকলে সম্পূৰ্ণ অসমীয়া ভাষাৰে গদ্যত বুৰঞ্জী ৰচনা কৰিছিল। এই আহোম বুৰঞ্জী অসমীয়া গদ্য সাহিত্যৰ আন এটি উজ্জ্বল চানেকি। খৃষ্টীয়

ষষ্ঠদশ শতিকাৰ বৈকুণ্ঠনাথ কবিৰত্ন ভাগৱত ভট্টাচাৰ্য্য বিৰচিত 'কথাগীতা' অসমৰ গদ্য সাহিত্যৰ প্ৰথম গদ্য সাহিত্য বুলি এতিয়া-লৈকে ধৰি লোৱা হৈছে। বঙ্গদেশৰ কথা সাহিত্য ১৯ শতিকাৰ শেষভাগতহে ওলায় বুলি জনা যায়। এনেহেন প্ৰাচীন ভাষা ঐতিহ্য থকা সত্ত্বেও কলিকতাৰ বঙলা দৈনিক কাকত এখনত কেইমাহ মান আগতে লিখিছিল যে, অসমীয়াসকলৰ ভাষা-কৃষ্টি, ঐতিহ্য একোৱেই নাই; অসমীয়া ভাষা 'ৰবিন্দ্ৰনাথেৰ চেলাৰ (অৰ্থাৎ লক্ষ্মীনাথ বেজবৰুৱাৰ) ভাষা' ইত্যাদি, ইত্যাদি। বঙ্গালী বন্ধুসকলে কব খোজে যে চৰ্য্যাপদ, ডাকৰ বচন আনকি শঙ্কৰদেৱ-মাধৱদেৱ আদি অসমীয়া বৈষ্ণৱ কবিসকলৰ ভাষাও বঙলা; অসমীয়া ভাষা বঙলা ভাষাৰ ঠাল-ঠেঙ্গুলি, অসমীয়া কৃষ্টি বঙালীৰ নকল, অসমীয়া ব্ৰাহ্মণ, কায়স্থ আদি উচ্চ বংশৰ লেখকসকল বঙ্গদেশৰ পৰা অহা ইত্যাদি। যি সকল মহাপণ্ডিতে (?) এনেধৰণৰ মন্তব্য কৰিছে তেওঁ-লোকে অনুগ্ৰহ কৰি অসমৰ বুৰঞ্জী পঢ়িবনে?

**শিল্প-বাণিজ্য :**

বস্ত্ৰ শিল্পৰ বিষয়ে আগতে কৈ আহিছো। দ্বিতীয় শতিকাৰ আগভাগতে গ্ৰীক ভৌগোলিক টালেমীয়ে লিখি থৈ গৈছে যে কামৰূপ ৰাজ্য, ১৮০০ বছৰৰ আগৰে পৰা পাট শিল্পত প্ৰখ্যাত আছিল। হিউৱেনচাঙৰ মতে ভাস্কৰবৰ্ম্মাৰ দিনত নৌকা শিল্প আৰু লো শিল্প বৰ বহল আছিল। ট্ৰেভেৰণিয়াৰে ১৬৭৫ চনত স্বৰ্গদেৱ চুজিংফাৰ দিনত আহি লিখি গৈছে যে, অসমত সোণ, ৰূপ, লো, তীখা, তাম আৰু পাট কাপোৰ উৎপন্ন হয়। ব্ৰহ্মপুত্ৰ, দিহিং, ভৰলী, শোৱণশিৰী আদি ওপৰ অসমৰ ভালেমান নৈৰ বালিত সোণ পোৱা গৈছে। আহোম, চুতীয়া, কছাৰী ৰজা এনেকি নগাসকলেও নৈৰ বালিৰ পৰা সোণ কমাইছিল। সোণ কমোৱা "সোণোৱাল"সকলে আহোম ৰজাসকলক বছৰি নিৰ্দ্ধাৰিত ওজনৰ সোণ দিব লাগিছিল। একালত অসমীয়া সোণাৰি ভাৰতৰ ভিতৰতে প্ৰখ্যাত আছিল।



অলঙ্কাৰৰ বাহিৰেও নানা বস্তুত সোণ খটোৱাইছিল। ৰজাৰ ঘৰ আৰু মৈদামবোৰত সোণ খটোৱাইছিল! শিৱসাগৰৰ শিৱদ'লটো ওখই ৭১ হাত, ইয়াৰ ভিতৰত ৩।৪ জন মানুহ অনায়াসে সোমাই থাকিব পাৰে। এই কলচীটো তামৰ ওপৰত সোণ লেপি দিয়া। গৌৰীনাথ সিংহৰ দিনত কাপ্তান ৱেলচ্ চাহাবে দিখৌ নৈয়েদি নাৱত ভৰাই ১৭১৬ শকত সোণৰ অলঙ্কাৰ ৪০০০০০ টা, সোণ ২০০০০০০০ টকাৰ নিয়ে। মিৰজুমলাই আৰু মানসকলে যে সোণ কিমান নিলে তাৰ কোনো হিচাপ নাই! কমলেশ্বৰ সিংহৰ দিনত হাদিৰাচকীৰ হাটত বছৰি ১৮৭৫০ টকাৰ সোণ বেচা হৈছিল!

অসমৰ ভিতৰত গাৰো, খাচীয়া পাহাৰৰ পূব-দক্ষিণে আৰু খামতি দেশত ৰূপ পোৱা গৈছিল বুলি বুৰঞ্জীয়ে কয়। চীন দেশৰ পৰাও ৰূপ, তাম, সীহ আমাৰ দেশলৈ আহিছিল। সোণৰ দৰে অসমীয়া শিল্পীয়ে ৰূপৰ অলঙ্কাৰ, বাচন-বৰ্ত্তন, শৰাই, মূৰ্ত্তি আদি নিৰ্ম্মাণ কৰিছিল। কাপোৰ-কানিতো সোণৰ দৰে ৰূপৰ গুণা খটাইছিল। আহোম ৰজাসকলে ৰূপৰহে মুদ্ৰা মাৰিছিল, সোণৰ মুদ্ৰা অতি কম আছিল।

পুৰণি কালত তাম, কাঁহ, পিতল, দস্তা, বালিচন্দা, পোৱাল, ৰাখৰ আদি শিল্পৰ প্ৰচলন আছিল। এইবোৰৰ ভিতৰত বৰ্ত্তমান কাঁহ আৰু পিতলৰহে শিল্প চলি আছে। বিশ্বসিংহৰ দিনত তাম, ৰাং সীহ, ৰূপ, সোণ, লো আদিৰ বস্তু উৎপাদন হৈছিল। কছাৰী ৰজা তাম্ৰধ্বজে আহোম ৰজাক তাম, পিতল, লো আদিৰ বস্তু দি সেৱা জনাইছিল। পিতলৰ ডাঙৰ ডাঙৰ দাপোণ কাৰেংঘৰৰ বেৰত লগোৱা হৈছিল। স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত কাঁহ, পিতল আৰু তামৰ বাচন-বৰ্ত্তন তিব্বত, চীন আদি দেশলৈ পঠোৱা হৈছিল। স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ দিনত ১৫০০ টকাৰ কাঁহৰ মাল বঙ্গদেশলৈ ৰপ্তানি হৈছিল। কাঁহ, পিতল, তাম আৰু কেৰা-টাও ধাতু মিহলাই তোপ নিৰ্ম্মাণ কৰা হৈছিল। তামৰ পাতেৰে

মন্দিৰ সজোৱা বুৰঞ্জীত পোৱা যায়। যেনে, তাম্রেশ্বৰী মন্দিৰ। সোণৰ অলঙ্কাৰত মিনা কৰা কাম আমাৰ সোণাৰিয়ে জানিছিল।

গাৰো, খাচীয়া, কছাৰী আৰু নগাসকলেও লো উৎপাদন কৰিছিল বুলি বুৰঞ্জীত পোৱা যায়। উজনিৰ জয়পুৰৰ লো বৰ উত্তম আছিল। শিৱসাগৰৰ তিৰু লোশালত উত্তম তীখা, ইস্পাত আদি তৈয়াৰ হৈছিল।

আহোম আৰু কোঁচ ৰজাসকলে বৰতোপ, হিলৈ আদি সজাইছিল। ছাহাবুদ্দিন টালিছৰ মতে অসমীয়া হাত-নলীয়া বন্দুক আৰু বাচদাৰী হিলৈবোৰ সুন্দৰৰূপে মিনা কৰোৱা। মিৰজুমলাই গড়গাওঁৰ পৰা আৰু কাপ্তান ওৱেল্চ চাহাবে ৰংপুৰৰ পৰা বৰ-তোপ, হিলৈ, খাৰ-বাৰুদ, ঢাল, তৰোৱাল, ধন, সোণ, অলঙ্কাৰ-পাতি কিমান যে নিছিল তাৰ লেখ বুৰঞ্জীত পোৱা নেযায়।

আগৰ দিনত অসমত লোণ এটি আপুৰুগীয়া বস্তু আছিল। "লোণ দানে সোণ দানে সমান"। "কিনো মহঙ্গৰে লোণ পালি" ইত্যাদি লোণ সম্বন্ধে যোজনাবিলাক চলিছিল। শদিয়া, নগাপাহাৰ, গাৰোপাহাৰ আদি ঠাইত অলপ অচৰপ লোণ উৎপন্ন হৈছিল; কিন্তু তাৰে নাটিছিল। বঙ্গদেশৰ চাহাবৰোবে বঙালীসকলক লোণৰ বাহিৰে অন্য বস্তু অসমত বেচিবলৈ হুকুম দিছিল। এনেকি লোণৰ চোৰাং বেপাৰো চলিছিল। লোণৰ অভাৱত কলগছ, পুণী আদি নানাবিধ গছ-লতা পুৰি খাৰযুক্ত বস্তু ব্যৱহাৰ কৰিছিল। এতিয়াও ঠায়ে ঠায়ে এনে খাৰ তৈয়াৰ হয়। প্ৰত্যেক গৃহস্থৰ নিজৰ নিজৰ গোহালিৰ পৰা যʼখাৰ গোটাই ৰাজভঁড়ালত দিব লাগিছিল। ইয়াৰ পৰা তোপৰ খাৰ কৰা হৈছিল।

এইবোৰৰ বাহিৰেও কাঠ, বাঁহ, বেত, পাটিদৈ, কুঁহিলা, টকৌপাট, লা আদিৰ নানা ধৰণৰ সুন্দৰ সুন্দৰ বস্তু নিৰ্ম্মিত হৈছিল। সাঁচিপাতৰ পুথি, ভূৰ্জপত্ৰ, তুলাপাত বহুতে দেখিছে। এইবোৰত লিখা অসমীয়া মহী শ শ বছৰ ধৰি আছে। তেনেকৈ



গছৰ পাতৰ, এঠাৰ আৰু অন্যান্য বস্তুৰে কৰা অসমীয়া ৰং শ শ বছৰৰ পিচতো উজ্জ্বল হৈ আছে। এই সম্বন্ধে যি সকলে দেখা নাই তেওঁলোক সচিত্ৰ গীতগোবিন্দ, চিত্ৰভাগৱত, শঙ্খচূড় বধ, হস্তীবিদ্যাৰ্ণৱ, ধৰ্ম্মপুৰাণ আদি সাঁচিপতীয়া পুথি বাজ্যিক সংগ্ৰহালয় আৰু পুৰাতত্ত্ব বিভাগৰ অফিচত চাব পাৰে। অসমীয়া কাপোৰৰ কথা আগতে কিছু কোৱা হৈছে। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ তত্ত্বাৱধানত বৰপেটাৰ তাঁতীকুছিৰ তাঁতীসকলে বৈ দিয়া "বৃন্দাৱনীয়া কাপো-ৰৰ" কথা সকলোৱে জানে। প্ৰত্যেক অসমীয়া তিৰোতাই বণলৈ যোৱা স্বামীক ৰাতিটোৰ ভিতৰতে কপাহ নেউঠি, পাঁজি কাটি, কাপোৰ বৈ দিব লাগিছিল। এয়ে আছিল কৱচ কাপোৰ। হাতীৰ হাড় আৰু দাঁতেৰে নানা ধৰণৰ বস্তু তৈয়াৰ কৰা হৈছিল; যেনে, পাটী, ফণি, লাখুটী, পীৰা, বাকচ, খৰম, চুড়া, বিচনী ইত্যাদি। জয়ধ্বজ সিংহই আওৰংজেৱলৈ হাতীদাঁতৰ পাটী, কাকৈ আদি পঠিয়াইছিল। হাতীদাঁতৰ পুথিও থকা বুলি শুনা যায়। গঁড়ৰ চালেৰে ঢাল, মহৰ শিঙেৰে কাকৈ, ফণি, পেঁপা আৰু চালেৰে চমটা, দবা, ঢোল, খোল ইত্যাদি নিৰ্ম্মিত হৈছিল। সেয়েহে টেভেৰণিয়াৰে লিখি গৈছে "The Kingdom of Assam is one of the best countries of Asia for it produces all that is necessary to the life of a man without being in-need to go for anything to the neighbouring states" অসমৰ বয়বস্তুবোৰ ভাৰতৰ নানা ঠাইত, দক্ষিণ-পূৱ এচিয়া, চীন, তিব্বত, এনেকি সুদূৰ সুমাত্ৰা, যাভা আদিলৈ ৰপ্তানি হৈছিল; কিন্তু এইবোৰ শিল্প এতিয়া লুপ্তপ্ৰায়। আজি বৰপেটাৰ হাতীদাঁতৰ, কমাৰ, কুমাৰ, সোণাৰি ইত্যাদি শিল্পৰ অৱস্থা একেবাৰে শোচনীয়। সৰ্থেবাৰীৰ কাঁহৰ আৰু হাজোৰ পিতলৰ শিল্পৰ অৱস্থাও দুখলগা। যি দেশত নিজৰ শিল্পৰ উন্নতি নহয় সেই দেশ কেতিয়াও চহকী হব নোৱাৰে। সেই দেশৰ লোকে সকলো বস্তুৰ বাবে আন দেশৰ

ওপৰত নির্ভৰ কৰিব লাগে। ই লাজৰ কথা নহয় নে? চৰকাৰে ইয়াৰ পুনৰ উদ্ধাৰৰ কাৰণে আৰ্থিক সাহায্য দি সহায় কৰিব বুলি আশা কৰিলো।"

**সামৰণি:**

অসমৰ প্ৰাতঃস্মৰণীয় শ্ৰীশ্ৰীশঙ্কৰদেৱৰ নিৰ্ম্মল, পবিত্ৰ, এক-শৰণ নাম ধৰ্ম্ম অকল অসমতেই প্ৰচাৰ হোৱা নাছিল, অসমৰ বাহিৰেও তেৰাৰ শিষ্যবৰ্গ থকা আমি কথা গুৰু চৰিতত পাওঁহঁক। তেওঁলোকৰ ভিতৰত পুৰুৰৰ গোপীনাথ, গোকুলৰ ৰাধা সন্ন্যাসী, বৃন্দাবনৰ ৰূপা, সনাতন আৰু বৃন্দাবন দাস। বোধহয় প্ৰথমবাৰ তীৰ্থ কৰিবলৈ যাওঁতে তেওঁলোকে শ্ৰীশ্ৰীশঙ্কৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰৰ মূলতে আছিল ধৰ্ম্মপ্ৰাণ মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ সোঁহাত ভাতৃস্বৰূপ বীৰ চিলাৰায়। এই দুগৰাকী মনীষীৰ ওচৰত অসমীয়া ৰাইজ চিৰকৃতজ্ঞ। কোঁচবিহাৰৰ ওচৰৰ মধুপুৰ সত্ৰ কেইবছৰমানৰ আগতে পুনৰ্নিৰ্ম্মাণ কৰা হৈছে। সেই অঞ্চলতে হৰিবৰ, জিঙাপুনি, মৰিচাবাৰী আদি সত্ৰ সিদিনালৈকে জীয়াই আছিল। এইবোৰ সত্ৰৰ পুনৰ্নিৰ্ম্মাণৰ ভাৰ অসমীয়া ৰাইজে লব নোৱাৰেনে? আজি দুমাহ মান আগতে শ্ৰীউপেন্দ্ৰনাথ লেখাৰুৰ চেষ্টাত বৃন্দাবনধামত শ্ৰীশঙ্কৰ মন্দিৰ স্থাপন কৰা হৈছে। ই বৰ আনন্দৰ কথা। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ প্ৰিয় তীৰ্থস্থান জগন্নাথ ক্ষেত্ৰটো এটি শঙ্কৰ মন্দিৰ স্থাপন কৰিবলৈ আমাৰ প্ৰাক্তন মুখ্য মন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াই বহু দিনৰে পৰা চেষ্টা চলাই আছে বুলি জানি বৰ সুখ পাইছো। আশা কৰোঁ এই মহৎ কামত ভগৱান তেওঁৰ সহায়ী হব। এইখিনিতে এটি কথা কোৱা উচিত হব যে অসমীয়াৰ নিজা নিৰ্ম্মল, পবিত্ৰ ধৰ্ম্ম থাকোতেও বৰ্ত্তমানে কেতবোৰ ডেকা-গাভৰুৱে বিদেশী গুৰুৰ ওচৰত শৰণ লবলৈ আগ্ৰহান্বিত হৈছে। শিল্পানুৰাগী আৰু বিদ্যানুৰাগী স্বৰ্গদেৱ ৰুদ্ৰসিংহ আৰু স্বৰ্গদেৱ শিৱসিংহৰ পৃষ্ঠপোষকতাত যিবোৰ সূক্ষ্ম চিত্ৰৰ



(চিত্ৰিকা) সৃষ্টি হৈছিল সেইবোৰ মোগল, ৰাজপুতনা, কাঙগ্ৰা আদি চিত্ৰৰ সৈতে সহজে ফেৰ মাৰিব পাৰে; কিন্তু প্ৰচাৰৰ অভাৱত এই চিত্ৰৰ বিষয়ে ভাৰতৰ মুষ্টিমেয় লোকেহে জানে। আজি শিৱাজী আৰু ৰাণা প্ৰতাপসিংহৰ বীৰত্বৰ কথা ভাৰতৰ লৰা-বুঢ়া সকলোৱে জানে; কিন্তু মোগল বিজয়ী বীৰ লাচিতৰ কথা কেইজনে জানে? এইজনা বীৰৰ স্মৃতি ৰক্ষাৰ্থে আজিলৈকে এটি মূৰ্ত্তিয়েই সজা নহ'ল। কেতিয়াবা হবনে? মানৰ নিষ্ঠুৰ আক্ৰমণৰ পৰা অসম ৰক্ষা কৰিবলৈ অহা ইংৰাজসকলে ১৮২৬ খ্ৰীষ্টাব্দত মানৰ লগত সন্ধি কৰি শেষত চক্ৰান্ত কৰি অসম দখল কৰি ললে। তেতিয়া ইয়াৰ বিপক্ষে প্ৰতিবাদ কৰোতা এজনো নোলাল। তাৰ দুবছৰ পিছত ১৮২৮ খ্ৰীষ্টাব্দত গোমধৰ কোঁৱৰ আৰু ১৮৩০ চনত ৰূপচান্দে ইংৰাজ শাসনৰ বিৰুদ্ধে বিদ্ৰোহ চলাইছিল—এই কথাইবা অসমৰ কেইজনে খবৰ ৰাখিছে? অসমীয়াই কিন্তু খুদিৰামৰ গীত গাওঁ।

গৌৰৱময় অসমৰ কথা বহুতো কোৱা হ'ল। আজি অসমী আই দুৰ্দশাগ্ৰস্ত। অসম দেশখন আগতে খণ্ড-বিখণ্ড হৈছে, এতিয়া অসমীয়া ভাষাও যাওঁ-থওঁ অৱস্থা। এনে অৱস্থাত লৰা-ডেকা-বুঢ়া সকলোৱে দুখুনী আইৰ উদ্ধাৰৰ কাৰণে উঠিপৰি লাগিব লাগিব। তাকে নকৰি আমাৰ "সকলো আছিল, সকলো আছে" বুলি থাকিলে নহব। অসমীয়া ভাষা চহকী আৰু ইয়াৰ প্ৰচাৰৰ একান্ত আৱশ্যক হৈ পৰিছে। অসম চৰকাৰৰ প্ৰকাশন বিভাগে "অসমীয়া বিশ্ব-কোশ"ৰ সঙ্কলনৰ গুৰুভাৰ হাতত লৈছে। এই মহৎ কাম সমাধা হলে অসমীয়া ভাষাৰ বহুখিনি পুষ্টি সাধন হব। অসমীয়া ভাষাত এখন সৰ্ব্বাঙ্গ অসম বুৰঞ্জীৰ অভাৱ ৰাৰুকৈয়ে অনুভৱ কৰা হৈছে। এনে ধৰণৰ এখন বুৰঞ্জী সঙ্কলনৰ কাম অসমৰ দুটা বিশ্ববিদ্যালয়ৰ যি কোনো এটিয়ে লব পাৰে। এই বিষয়ে মই অসম চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ। কনকলাল বৰুৱাদেৱৰ বহুমূলীয়া Early History of Kamarupa খনৰো অসমীয়া অনুবাদ দৰ্কাৰ হৈ

পৰিছে। তাকে কৰিলে সৰ্ব্বসাধাৰণ অসমীয়া বুৰঞ্জী অনুৰাগীসকলৰ বহুত উপকাৰ হব। অসমৰ বুৰঞ্জীৰ ভঁড়াল চহকী কৰিবলৈ হলে অসম সম্বন্ধে আৰবী, ফাচিত লিখা মুছলমান লিখকসকলৰ বিবৰণীবোৰ অসমীয়ালৈ অনুবাদ কৰিব লাগে।

প্ৰাচীন কামৰূপৰ ধৰ্ম্ম আৰু বুৰঞ্জীমূলক দুখনি অমূল্য সংস্কৃত গ্ৰন্থ "কালিকা পুৰাণ" আৰু "যোগিনী তন্ত্ৰৰ" অসমীয়া ভাঙনি আজিলৈকে নোলাল। ইংৰাজী অথবা অসমীয়া অনুবাদৰ অভাৱত এই দুখনি অমূল্য গ্ৰন্থ সৰ্ব্বসাধাৰণৰ কাৰণে বোধগম্য হোৱা নাই। শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে কালিকা পুৰাণৰ টিপ্পনী লিখি উলিওৱাত সংস্কৃতজ্ঞ পঢ়ুৱৈসকলৰ কাৰণে বহুখিনি সুবিধা হৈছে।

অসমীয়া ভাষা অসমৰ বিশ্ববিদ্যালয় দুখনত শিক্ষাৰ মাধ্যম হিচাবে স্বীকৃতি পাইছে যেতিয়া অন্ততঃ পি, এইচ, ডি, উপাধীৰ কাৰণে গৱেষণা লিখাৰ মাধ্যমো অসমীয়া হোৱা উচিত বুলি বিবেচনা কৰোঁ। তেনে কৰিলে অসমীয়া ভাষাৰ মান-বিশিষ্ট উন্নত ধৰণৰ কিতাপৰ সংখ্যা বাঢ়িব আৰু লগে লগে অসমীয়া সাহিত্যৰ উৎকৰ্ষ সাধন হব। অসমীয়া ভাষা-সাহিত্যৰ সম্প্ৰসাৰণৰ ক্ষেত্ৰতো ই বিশেষ সহায় কৰিব। ভাৰতৰ কেবাখনো ৰাজ্যতে ৰাজ্যিক ভাষাত Thesis (গৱেষণাৰ বিষয়) লিখাৰ প্ৰচলন আছে। তেনেহলে আমাৰ ৰাজ্যত সেইটো সম্ভৱপৰ নহবৰ কি কাৰণ আছে?

**আমবাৰীৰ খনন কাৰ্য্য:**

আমবাৰীৰ সমুদ্ৰপালৰ লিপি আৰু ভাস্কৰ্য্যৰ বিষয়ে আগতে আলোচনা কৰা হৈছে। নিম্নতম স্তৰ নোপোৱালৈকে এই ঠাইৰ সময় নিৰূপণ কৰা টান। এই খনন কাৰ্য্য গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগ আৰু এই অসম ৰাজ্যিক পুৰাতত্ত্ব বিভাগে যুটীয়াভাৱে চলাইছে। (যোৱা বছৰ আৰু এই বছৰত কোনো কাম হোৱা নাই) ৰাজ্যিক পুৰাতত্ত্ব বিভাগটো অত্যন্ত নিশকতীয়া হোৱাৰ কাৰণে এই ব্যৱস্থা লোৱা হৈছিল। দৰাচলতে এনেধৰণৰ খনন কাৰ্য্য পুৰাতত্ত্ব



বিভাগৰহে; নৃতত্ত্ব বিভাগৰ নহয়। গতিকে চৰকাৰে পুৰাতত্ত্ব বিভাগটো পৰিবৰ্দ্ধিত কৰি আমবাৰীৰ খনন কাৰ্য্যৰ ভাৰ এই বিভাগটোৰ ওপৰত সম্পূৰ্ণভাৱে এৰি দিব লাগে। আমি জানিবলৈ পাই সুখী হৈছো যে ৰাজ্যিক পুৰাতত্ত্ব বিভাগটো পৰিবৰ্দ্ধিত কৰিবলৈ আমাৰ চৰকাৰে চিন্তা কৰিছে।

এই সম্বন্ধে আন এটি দৰ্কাৰী কথা কৈছোঁ। বৰ্ত্তমানে আমবাৰীত আবিষ্কৃত সামগ্ৰীবোৰ ৰাজ্যিক সংগ্ৰহালয়তে ভালদৰে ৰখা হৈছে। আমাৰ বোধেৰে ৰাজ্যিক সংগ্ৰহালয়ৰ পৰা মাত্ৰ ৫০ গজ আঁতৰতে আমবাৰীত উক্ত সামগ্ৰীবোৰৰ কাৰণে এটি স্থান সংগ্ৰহালয় (Site Museum) ৰ আৱশ্যক নাই। লগতে কব খোজোঁ যে আমবাৰীৰ সংগ্ৰহৰ পৰা দুই-চাৰিটা ভাস্কৰ্য্যৰ ধুনীয়া নিদৰ্শন ভাৰতৰ প্ৰধান সংগ্ৰহালয়বোৰলৈ পঠাব লাগে। কিয়নো অসমৰ বাহিৰে আন কোনো সংগ্ৰহালয়তে অসমীয়া ভাস্কৰ্য্যৰ নিদৰ্শন নাই।

পুৰাতত্ত্ব বিভাগটোৰ লগে লগে ৰাজ্যিক সংগ্ৰহালয় বিভাগটোও পৰিবৰ্দ্ধিত কৰাৰ একান্ত আৱশ্যক হৈছে। উপযুক্ত কৰ্ম্মচাৰী, ঘৰ আৰু আৰ্থিক সহায়ৰ অভাৱত এই সংগ্ৰহালয়টোৰ বিশেষ উন্নতি হোৱা নাই।

অসম ৰাজ্যিক পুৰাতত্ত্ব বিভাগ, অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ আৰু অসম ৰাজ্যিক সংগ্ৰহালয় এই তিনিওটি বিভাগৰে মাতৃস্বৰূপা কামৰূপ অনুসন্ধান সমিতিৰ অৱস্থা বৰ শোচনীয়। ধনৰ অভাৱত অসমৰ প্ৰাচীনতম গৱেষণমূলক অনুষ্ঠানৰ মুখপত্ৰ, অসমৰ এখনি মাত্ৰ বহুমূলীয়া আলোচনী "The Journal of the Assam Research Society" ৰ এই মৰোঁ এই জীওঁ অৱস্থা! এই আলোচনীখনি পুনৰ সঞ্জীৱিত কৰাৰ একান্ত দৰ্কাৰ হৈছে।

আজি মিশৰৰ পিৰামিডৰ কথা সকলোৱে পঢ়িছো অথবা জানো ; কিন্তু অসমৰ বাহিৰে নেলাগে ভিতৰৰে কেইজনেইনো অসমৰ পিৰামিড় সদৃশ মৈদামৰ খবৰ ৰাখিছে ? অন্ততঃ চৰাইদেউৰ মৈদাম বোৰৰ ৰক্ষণা-বেক্ষণৰ অত্যন্ত প্ৰয়োজন হৈছে। এই প্ৰসঙ্গতে এটি দৰ্কাৰী কথা কওঁঃ আমবাৰী খনন কাৰ্য্যৰ তেনেই ওচৰতে আহোম বংশৰ শেষ ৰজা কন্দৰ্পেশ্বৰ সিংহৰ মৈদাম এটি আছিল। এই বুৰঞ্জীমূলক মৈদামটো কাটি-কুটি তাৰ ওপৰত ৰেল কৰ্ত্তৃপক্ষই ঘৰ সাজি দিছে। আমাৰ চৰকাৰে ৰেল কৰ্ত্তৃপক্ষৰ পৰা এই মৈদামটো সোনকালে মুকলি কৰি ইয়াৰ ৰক্ষণা-বেক্ষণৰ ভাৰ অসম ৰাজ্যিক পুৰাতত্ত্ব বিভাগৰ ওপৰতে ন্যস্ত কৰে যেন।

**জয় অসম : জয় হিন্দ**

× ০০ ×

# কৱি সন্মিলনৰ সভাপতিৰ ভাষণ

অম্বেশ্বৰ চেতিয়া ফুকন

## মোৰ প্ৰথম নমস্কাৰ

বাণীৰ পূজাত— মোৰ সন্ধ্যাৰ আৰতি,
সুন্দৰৰ পূজাৰীক জনালো প্ৰণতি।
আহাঁ আজি পোহৰৰ অভিযাত্ৰী দল,
ভাষা-জননীৰ পূজো চৰণ কমল।
"শিল্পীৰ পৃথিবী" হ'ক সুন্দৰ মহান—
নাই কোনো সৰু-বৰ সকলো সমান।
কবি মই – বিচাৰিছোঁ মিলনৰ পথ,
গঢ়িবলে' জীৱনৰ সোণাৱালী মঠ !
সংস্কৃতিৰ ফুলনিৰ কুসুম ফুলাই,
আনিম বৈকুণ্ঠপুৰ ধৰালে' নমাই।
এইখন দেশতেই মেলিলো নয়ন—
ইয়াতেই হব মোৰ শেষৰ শয়ন।
জননী জনমভূমি প্ৰাণৰো আপোন,
দেখো য'ত সৰ্ব্বদায় সোণৰ সপোন।
সাম্প্ৰদায়িকতা ভাৱ কৰি পৰিহাৰ,
পূজাৰীৰ আসনত বহি 'বড়িয়া'ৰ—
প্ৰতি নৰ-নাৰীকেই মূৰতি দোঁৱাই,
অৰপিছো মোৰ এই কবিতা শৰাই।
জীৱনৰ ব্ৰত হ'ক-- সাহিত্য-সাধনা,
বিচাৰিছোঁ সকলোৰে আশীস্-করুণা।
দেশৰ মাটিত মোৰ আই অসমীৰ,
যদিওবা এৰি যাম "কবিতা-কুটীৰ"—
কবি হই ইয়াতেই ধৰিম জনম.
ৰাইজৰ পদ-ধূলা শিৰ পাতি লম।

—×—

## সৃষ্টিৰ প্ৰথম পাতনি

আদিম বিশ্বৰ সেই প্ৰথম পুৰাতে
হইছিল প্ৰতিধ্বনি—শব্দ ব্ৰহ্ম "ওঁম"
আৱৰ্ত্তন সংঘৰ্ষৰ বলত এদিন
সৃষ্টি হ'ল—ক্ষিতি-অপ্-তেজ-মৰুৎ-ব্যোম্।
পুঞ্জীভূত নীহাৰিকা—সমুদ্ৰ বিশাল
বিজুলী—ইন্দ্ৰৰ ধনু, মেঘৰ গৰ্জ্জন—
সকলোতে মহাশক্তি কৰিছে বিৰাজ
"সৰ্ব্ব খলিদং ব্ৰহ্ম" বেদৰ বচন।
ব্ৰহ্মাণ্ড অনন্ত কোটি—আলোক-মণ্ডল
দেখিছিল মুগ্ধ হই যিদিনা মানৱে,
ক'ত তাৰ আদি-অন্ত জন্ম-ইতিহাস
ভাবিছিল বহি বহি নিৰৱে নিৰৱে।
সুৰভি সুবাস সানি ৰজনীগন্ধাৰ
প্ৰকৃতি-পুৰুষে ছুয়ো মিলন শয্যাত—
সিঁচি গ'ল প্ৰণয়ৰ পদুম পাপৰি
যুগ যুগ ধৰি এই ধুনীয়া ধৰাত।
সাৰ পালে শিলাখণ্ড – নগ্ন ইতিহাসে
মানুহক সভ্যতাৰ বিলালে পোহৰ—
গছৰ বাকলি হ'ল—মসৃণ বসন
ফুলিল কবিতা-ফুল নিকুঞ্জ বনৰ।
মুখত ফুটিল ভাষা মূক মানৱৰ
উঠিছিল সঙ্গীতৰ মধুৰ মূৰ্চ্ছনা—
মহাঋষি—মন্ত্ৰদ্ৰষ্টা সাধক—কবিয়ে
জীৱনৰ নাট-ঘৰ কৰিলে ৰচনা!

—×—

# কবিতাৰ ছন্দ জাগিল

কেঁচা মঙহৰ গন্ধ আঁতৰিল লাহে লাহে
সোণোৱালী শইচেৰে পৃথিবী ভৰিল—
বনৰ বিহগে পালে অবুজ গীতৰ সুৰ
মানুহৰ জীৱনৰ জোনাক নামিল!
প্ৰকৃতিৰ কুঞ্জে কুঞ্জে ফুলিল অলেখ ফুল
মধুকৰে কৰিছিল তাৰ ৰস পান—
সাগৰৰ ঊৰ্মিমালা বতাহে কঁপাই গ'ল
তাৰকাপুঞ্জই গালে পোহৰৰ গান!
কল্পনাৰ দেউলত জ্ঞানৰ দীপালী পাতি
সাধকে দেখিলে ছবি অনন্ত জ্যোতিৰ,
সত্য-শিৱ-সুন্দৰক কৰিছিল আৰাধনা
জাগিল কবিতা-ছন্দ কতনো কবিৰ।
তমসাৰ তীৰে তীৰে বন-লতিকাই পাতি
সৌন্দৰ্য্যৰ মহামেলা দ্বাপৰ যুগত,
বাল্মীকিৰ হৃদয়ত পুলক জগাই গ'ল
সেইদিনা প্ৰভাতৰ অৰুণ ৰাগত।
জলৰ মাজত থকা পদুম ফুলত পৰি
ফুলাম পখিলা জাকে বিচাৰিলে ৰেণু—
বাজিছিল উলাহত কোমল মধুৰ সুৰে
বনৰ পখিৰ সেই সুললিত বেণু।
সমীৰণে আনিছিল বাল্মীকিৰ আশ্ৰমৰ
পৱিত্ৰ হোমৰ গন্ধ মন হৰি নিয়া,
হৰিণা পোৱালীবোৰে ঘাঁহ খাবলই এৰি
নাচিছিল আনন্দত হই মতলীয়া।

—ঃ০ঃ—

# কবিতাৰ জন্ম-ইতিহাস

হঠাৎ নিষ্ঠুৰ ব্যাধে
এযুৰী প্ৰণয়াসক্ত চাকৈ চকোৱা দেখি
জুৰিলে ধনুত শৰ—
তাৰে এটি ৰক্তাক্ত হিয়াৰে
পৰিল মাটিত আহি শৰবিদ্ধ হই!
দেখি নিদাৰুণ দৃশ্য
মহৰ্ষিৰ কান্দিল অন্তৰ—
আঁতৰি পলাই গ'ল হৰিণাৰ জাক,
বিনালে লগৰটিয়ে
হেকৰাই লগৰী বুকুৰ।
কণ্ঠভেদি বাল্মীকিৰ
নিনাদিত হ'ল সেই ছন্দ অনুপম—
"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ।
যৎ ক্ৰৌঞ্চ মিথুনাদেকম বধীঃ কাম মোহিতম্॥"
সৃষ্টি হ'ল 'ৰামায়ণ"
ছন্দ-শাস্ত্ৰ ৰাব্য-বুৰঞ্জীৰ।
সাধকৰ চকুৰ পৰ্দ্দাত—
জ্ঞ(ন-বিজ্ঞানৰ ছবি জিলিকি উঠিল,
কবিতাৰ প্লাৱন নামিল।
সিদিনাৰ পৰা
কবি হ'ল সাধনাৰ মহান পূজাৰী—
যুগৰ নায়ক।
ছন্দৰ ধ্বনিত—নাচিছিল ভূমণ্ডল-বতাহ-আকাশ,
এয়ে সেই কবিতাৰ জন্ম-ইতিহাস।

—ঃ০ঃ—

## কবি যুগৰ নায়ক

বিশ্বৰ কবিয়ে গায় জীৱনৰ গান—
নানা ছন্দে, নানা সুৰে কবি জ্যোতি-স্নান।
বিচাৰে সমাজবাদ
"শিল্পীৰ পৃথিৱী"—
আঁকে জীয়া মানুহৰ
নিতে নৱ ছবি।
যুগৰ কবিতা ৰচে—সত্য ঘটনাৰ,
সেয়েই প্ৰদীপ-ধূপ বাণীৰ পূজাৰ।
সুপ্ত জনতাৰ বাবে
কান্দে আজি কবি,
দেখুৱাই সমাজক
অৰ্দ্ধনগ্ন ছবি
আধুনিক কবিতাই বিশ্বত আমাৰ,
সাংস্কৃতিক বিপ্লৱৰ তুলিছে জোৱাৰ।
জগায় চেতনাবোধ
মানৱপ্ৰাণত
ধন্য সেই কবিকুল
ধৰাৰ মাজত।
যদিও ডাৱৰে ঢাকে পূৰ্ণিমাৰ জোন—
থাকে তাৰ তথাপিও প্ৰকাশৰ গুণ।
যুগৰ নায়ক জাগা
আধুনিক কবি,
ভাষা-আকাশৰ তুমি
দীপ্তিমান ৰবি।

—ঃ০ঃ—

## স্বৰ্গ আমাৰ জন্মভূমি

মানুহে বিচাৰে প্ৰতি প্ৰদেশৰ
ভাষা-সংস্কৃতিৰ জীৱন্ত ৰূপ—
সংগ্ৰাম পথৰ অভিযাত্ৰী হই
বাণী-মন্দিৰত জ্বলাই ধূপ।
যিখন দেশত জন্ম লাভ কৰি
থাকিব লাগিব সৰ্ব্বতিকাল,
সিখন দেশৰ এচাম মানুহে
বিচাৰে কিয়নো আন্ধাৰ ফাল?
যিখন দেশত আমি থৈ যাম
নতুন পুৰুষ—সংগ্ৰামী দল,
সিখন দেশত সেইসকলেই
বোৱাব লাগিব প্ৰেমৰ ঢল।
যিখন দেশৰ বায়ু-পানী-অন্ন
খাই আমিয়েই জীয়াই থাকোঁ,
সিখন আমাৰ স্বৰ্গ—জন্মভূমি
যাৰ ছবিখনি স্বপ্নতো আকোঁ।
সেই দেশৰেই ভাষা-সাহিত্যক
নলওঁ যদিহে আপোন কৰি,
সংহতি-সংস্কৃতি নাথাকে জীয়াই
কবিতা-কবিও থাকিব মৰি।
ইতিহাসে গাব দুৰ্যশ-দুৰ্নাম
বাণীৰ সাধনা বিফল হব—
পোহৰ পথত নামিলে আন্ধাৰ
শান্তি-প্ৰগতিও আঁতৰি যাব।



## কবিৰ প্ৰাণৰ কামনা

আমি নিবিচাৰো ধৰ্ম্ম-জাতি-কুল
ভাঙিম সকলো জীৱনৰ ভুল
"জয় জগত"ৰ মানৱ জাতিক পূজিম শ্ৰদ্ধাৰে বন্দনা গাই,
বিশ্বৰ সভাত কোনোবা এদিন পাম সন্মানৰ আমিয়ে ঠাই।
উৰণ-বুৰণ-গজন-ভ্ৰমণ—চাবি মুঠি জীৱ যিজনে সৃজি,
কৰিলে মহান ধৰণী ধুনীয়া চাম সিজনক বিচাৰি আজি।
লই কপালত জয়ৰ তিলক
হম আমিয়েই দেশৰ সেৱক
শান্তিৰ কপৌ দিম উৰুৱাই সমৰ-শিঙাৰ চুপহি ভাঙি—
বাজিব বিশ্বত প্ৰেমৰ মাদল 'ভিয়েটনাম'ৰ ওৰণী দাঙি।
নিবিচাৰো আমি সৌৰজগতত নতুন পৃথিৱী—সুন্দৰ বন,
খাবলে নাপাই মৰিছে মানুহ—ভাঙিম কিয়নো অজস্ৰ ধন?
গঢ়িব এদিন জানিলে আটায়ে
স্বৰ্ণ-বসুন্ধৰা হব পৃথিৱীয়ে
সত্য-সুন্দৰক অসুন্দৰ কৰি—কিয় নৰকৰ জ্বলাম জুই?
দেশৰ কলঙ্ক গুচাব লাগিব কবিৰ চকুৰ পানীৰে ধুই।
"কবিও অমৰ, কবিতা অমৰ" বুৰঞ্জী-লেখকে ক্ৰুবিছে কই,
অথলে নাযায় সাধনা আমাৰ যাম যুগে যুগে কীৰিতি থই।
আজি 'বড়িয়া'ৰ ৰঙমহলত
ভাষা-জননীৰ মানমন্দিৰত
জিলিকি উঠক সোণৰ কলচী—জ্বলক প্ৰেমৰ প্ৰদীপ-ধূপ,
বাণী-বন্দনাৰে জ্যোতি-মণ্ডলত চাওঁ জননীৰ মোহিনী ৰূপ।
সকলোতে দেখো সুন্দৰৰ ছবি, নাই কলঙ্কৰ কালিমা ক'তো
জয় হ'ক আজি মানৱ জাতিৰ "সৰ্ব্বে সত্তা সুখিতা ভৱন্তু।"

—×—

## সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ

শ্ৰীগজেন বৰুৱা

**পৰম শ্ৰদ্ধাভাজন সুধীবৃন্দ, অতি চেনেহৰ অসমী আইৰ নতুন পুৰুষৰ শিল্পীবৃন্দ, গুণী অগ্ৰজ শিল্পীসকল আৰু শ্ৰদ্ধাভাজন সাহিত্যিকমণ্ডলী!**

অসমীয়া ৰাইজৰ মহৎ অনুষ্ঠান আজিৰ এই সাহিত্য সভাৰ মহাপয়োভৱৰ শুভলগনত মোৰ দৰে এজন নিঃকিনক মহাসংস্কৃতিৰ মহামেলাৰ উদ্বোধন কৰিবলৈ সুযোগ দি যি চেনেহ আৰু সন্মান দেখুৱাইছে তাৰ বাবে আপোনাসৱক এই নিঃকিনে অন্তৰভৰা শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

এই যাযাবৰৰ এনে কোনো যোগ্যতা নাই—যিহৰ কাৰণে এনে এটি মহাভাৰ দয়া কৰি অৰ্পণ কৰিছে। ৰাইজে শিল্পী বুলি আখ্যা দিলেও এই অভাজন দৰাচলতে শিল্পী নামৰ যোগ্য নহয়। অতি সামান্য জ্ঞান আৰু অন্তৰভৰা আগ্ৰহ লৈ কলাসাধনা কৰি নাচি-বাগি জনতাৰ মাজত সোমাই জীৱনৰ অৰ্দ্ধেককাল কটাই দিলেও ৰাইজলৈ বা জাতিটোলৈ তেনে একো উপচাৰ আগবঢ়াব পৰা নহল। তথাপিও অসমীয়া ৰাইজৰ হিয়াভৰা চেনেহ আৰু অনুপ্ৰেৰণাকে আশীৰ্ব্বাদ হিচাবে লৈ কলা-সংস্কৃতিৰ সেৱা কৰিবলৈ যি শক্তি পাই আহা হৈছে, সেই প্ৰেৰণা জীৱনৰ শেষ দিনলৈকে স্মৰণ থাকিব।

অসমীয়া সংস্কৃতিৰ অতীত আৰু ইয়াৰ মনোহাৰীত্ব সম্বন্ধে দীঘলীয়াকৈ আলচ কৰাৰ থল এয়া নহয় যদিও থোৰতে কওঁ যে জন্মতেই অসমীয়াৰ মুখত সংগীত লাগি আছিছে, বিভিন্ন উপলক্ষত অসম এখন সংগীতৰ ৰাজ্য, য'ৰ হাবি-বন, জান-জুৰি সকলোতে চিৰসুন্দৰৰ আহ্বান ধ্বনিত হয়। আমাৰ অতীতৰ লোকগীতি-সমূহ আইনাম, ধাইনাম, বিয়ানাম, বিহুগীত, বনগীত, নিচুকনি গীত, বাৰমাহী গীত আৰু লোকনৃত্যসমূহ আমাৰ সংস্কৃতিৰ অমূল্য সম্পদ। সাধুকথা, ফকৰা-যোজনাত থকা সাংগীতিক মূৰ্চ্ছনাৰেও অসমৰ অতীত সমৃদ্ধ।

দেশৰ মাটিৰ এই গোন্ধতে সুকুমাৰ কলাজ্ঞানৰ পিয়াহত সুদীৰ্ঘকাল দেশে-বিদেশে, পৰ্ব্বতে-কন্দৰে, গাৱেঁ-ভূঞে ঘূৰি ঘূৰি যি অভিজ্ঞতা লাভ কৰিব পাৰিলোঁ সেই অভিজ্ঞতাই মোক এটা কথাই মাত্ৰ শিকালে যে অসমীয়া শিল্পীয়ে কলাসাধনা কৰিবলৈ দূৰলৈ নগৈ নিজৰ ঘৰতে মহাসংস্কৃতিৰ ওজা বিশ্বৰূপৰ বিশ্ব বিমোহিনী, চিৰজ্যোতিৰ্ম্ময় শ্ৰীমন্ত শঙ্কৰ-মাধৱে দি যোৱা সুকুমাৰ কলাসমূহকে সম্পূৰ্ণভাৱে উদ্ধাৰ কৰি শুদ্ধ অনুশীলনৰে নতুন দিনৰ নতুন পোহৰৰ খাপ খুৱাই লব পাৰে।

সেই অভিজ্ঞতাই আজিও প্ৰশ্ন কৰে যে ভাৰতৰ এনে ঠাই ক'ত আছে—য'ত প্ৰতিখন গাৱঁতে একোটাকৈ নামঘৰ বা ৰঙ্গশালা আছে—য'ত ধৰ্ম্মীয় আহিত সমাজৰ সাংস্কৃতিক সকলো ক্ষেত্ৰৰেই চৰ্চ্চা আদি কৰা হয়? ভাৰতত এনে ঠাই ক'ত আছে য'ত প্ৰতি গাৱঁতে নাম-প্ৰসঙ্গ, নৃত্য-গীত, নাট্য-বাদ্য আদিৰ জৰিয়তে আধ্যাত্মিক পৰিবেশৰ সৃষ্টি কৰি জাতীয় চৰিত্ৰৰ উচ্চ মানদণ্ড গঢ়ি তুলিবলৈ প্ৰচেষ্টা চলোৱা হৈছিল? ভাৰতত এনে ঠাই ক'ত আছে য'ত পাঁচশ বছৰৰ আগতেই গণতন্ত্ৰৰ বীজ ৰোপণ কৰি সমাজৰ সকলো সমস্যা সমাধান কৰিছিল? সংস্কৃতিৰ কেন্দ্ৰ হিচাবে প্ৰতিষ্ঠা কৰা সত্ৰ আৰু নামঘৰসমূহৰ যোগেদিয়েই দেশ-কাল-পাত্ৰ ভেদ-



জ্ঞান নকৰি ভক্তিধৰ্ম্মেৰে অনুপ্ৰাণিত কৰি জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৱে সমভাৱে গ্ৰহণ কৰিব পৰাকৈ সাৰ্ব্বজনীনতা আৰু সমন্বয়তাৰ আদৰ্শ দাঙি ধৰা হৈছিল।

বুদ্ধ যুগৰ পিচত ভাৰতত এনে অনুষ্ঠান ক'ত আছিল য'ত সাম্যবাদ, অহিংসা, অস্পৃশ্যতা বৰ্জ্জন, জনহিত সাধন, সকলো ধৰ্ম্মৰ প্ৰতি সহনশীলতা, সৰ্ব্বসম্প্ৰদায়ৰ মাজত আনুভূতিক ঐক্য, বিশ্বপ্ৰেম আদি সাংস্কৃতিক শিক্ষা আৰু সম্পদকে আদৰ্শ কৰি আত্ম সংস্কৃতি গঢ়ি তুলিবলৈ সমৰ্থ হৈছিল? এনে আদৰ্শ অসমৰ তথা ভাৰতৰ কিয় সমগ্ৰ বিশ্বৰে চিৰ আকাংখিত মহাসংস্কৃতিৰ আদৰ্শ নহয় জানো?

সংস্কৃতিৰে জাতিটোৰ নৱ উন্মেষ সাধন কৰিবলৈ বুলি মহাকলাকাৰ দুজনে জাতিটোক যিমানখিনি অৱদান দিলে এনে অৱদান কোনো সাংস্কৃতিক বা ধৰ্ম্মগুৰুৱে কোনো দেশতে দিব পৰা নাছিল।

আত্মউপলব্ধি আৰু মানসিক স্থিতাৱস্থাৰ কাৰণে যোগ-ধ্যান আদিৰে আত্মশুদ্ধ হৈ শ্ৰীমন্ত শঙ্কৰে সকলো শাস্ত্ৰৰে পাণ্ডিত্য লাভ কৰি জীৱনৰ মহাসত্যক উপলব্ধি কৰিছিল। মানুহৰ জীৱনৰ মূল সত্য তত্ত্বসমূহৰ জ্ঞানৰ আলোকপাত কৰি মানৱ জীৱনক আলোকিত কৰাৰ মানসেৰে বিভিন্ন কাব্য-নাট-সংগীত-স্থাপত্য-ভাস্কৰ্য্য ৰচনা কৰিছিল। তেওঁৰ সকলো বিধৰ কলা প্ৰয়োগতেই পৰমাত্মা লাভৰ মহান আদৰ্শও স্থাপন কৰিছিল; যাতে কলাৰ জৰিয়তেই মানৱ মনে বিমল আনন্দ লাভ কৰি জীৱাত্মাক পৰমাত্মাৰ লগত মিলন ঘটাব পাৰে। সেয়ে এই সংস্কৃতি মহাসত্যৰ ওপৰত প্ৰতিষ্ঠিত আৰু সেই কাৰণেই ই বৈশিষ্ট্যপূৰ্ণও।

শ্ৰীমন্ত শঙ্কৰৰ সৃষ্টিসমূহক বিচাৰ কৰি চাবলৈ গলে বিস্ময় মানিব লগা হয়। বেদ-বেদান্ত, গীতা-ভাগৱতৰ সাৰ-মৰ্ম্ম মন্থন কৰি সৃষ্টি কৰা কাব্য, সাহিত্য, সংগীত, নৃত্য, কলাসমূহৰ অক্ষয় ভাণ্ডাৰে যুগ যুগলৈ জাতিটোক সমৃদ্ধ কৰি ৰাখিছে।

ভাৰতীয় নাট্য শাস্ত্ৰতো পাণ্ডিত্য লাভ কৰি ভাৰতৰ বিভিন্ন প্ৰান্তত ৰামণট্টম, ভাগৱতম, কৃষ্ণলীলা, যাত্ৰা, ৰামলীলা, যক্ষগানা আদিৰ অভিজ্ঞতাৰে নাট ৰচনা কৰিলে ; যি নাটত নৃত্য-গীতৰ আনুপাতিক সমাহাৰেৰে এক সংগীতময় পৰিবেশৰ সৃষ্টি কৰি জনগণৰ অন্তৰত বিমল আনন্দৰ উদ্ৰেক কৰোৱালে।

সংস্কৃত নাটকৰ পাছত পাঁচশ বছৰৰ আগতে ভাৰতৰ কোনো প্ৰান্ততে অংকীয়া নাটৰ দৰে নাট ৰচনা কৰা হোৱা নাছিল। সেই নাট সৃষ্টি কৰি সাৰ্থক উপস্থাপনৰ কাৰণে অভূতপূৰ্ব্ব পৰিকল্পনা কৰিলে— সাত বৈকুণ্ঠৰ চিত্ৰ আঁকিলে। ইয়াৰ উপৰিও গায়ন-বায়নৰ যোৱা প্ৰয়োজনা কৰিলে—চাহিনী, সৰু-ধেমালি, বৰ-ধেমালি, ন-ধেমালি, চোক্-ধেমালি, ঘোষা-ধেমালি আদি বিভিন্ন খোল-নৃত্যৰ সৃষ্টি কৰিলে, মূল ৰাগৰ উৎপত্তিৰ ওপৰত মালিতা গোৱালে।

এনে ধৰণেৰে প্ৰযোজনা কৰাৰ উপৰিও দৰ্শকৰ মনোৰঞ্জনাৰ্থে "মহতা" আদি জ্বলাই ৰঙা-নীলা ৰঙৰে অলৌকিক পৰিবেশৰ সৃষ্টি কৰিবলৈ অভিনৱ ধৰণেৰে আলোকপাতৰ ব্যৱস্থা কৰিলে। তাতোকৈ বিস্ময় মানিব লগা হয় যে খাৰ-বাৰুদ জাতীয় দ্ৰব্যত অগ্নি সংযোগ কৰি বীৰ কিম্বা ৰৌদ্ৰ ৰসৰ প্ৰচণ্ডতা প্ৰকাশ কৰিবলৈ এক অভিনৱ ধৰণৰ শব্দৰো সৃষ্টি কৰিছিল।

আজি ২০ শতিকাত অত্যাধুনিক মঞ্চত মনোৰঞ্জন বা বিশেষ ভাৱক বিশেষৰূপে প্ৰকাশ কৰিবৰ কাৰণে আলোকপ্ৰপাত (Focussing) আৰু ভাব প্ৰকাশৰ কৰণে ৰসোপযোগী সুৰ বা শব্দ (Sound effect) প্ৰয়োগৰ যিবোৰ কৌশল অৱলম্বন কৰা হৈছিল তেনে ধৰণৰ কৌশল শ্ৰীমন্ত পুৰুষে পাঁচশ বছৰৰ আগতেই অসমৰ ৰঙ্গশালাত প্ৰয়োগ কৰিছিল। ইয়াতকৈ বিস্ময় মানিব লগা বা গৌৰৱ কৰিব পৰা কথা কিবা থাকিব পাৰেনে ?

তাৰ উপৰিও বাৰেচহৰীয়া ভাওনা নামেৰে সম্প্ৰীতিৰ যি বিৰাট উৎসৱৰ পৰিকল্পনা কৰা হৈছিল তেনে ধৰণৰ উৎসৱ ভাৰতত



কিয় পৃথিবীতে বিৰল। গণতন্ত্ৰ, অস্পৃশ্যতা বৰ্জ্জন, জাতীয় ঐক্য, সম্প্ৰীতি, সংস্কৃতি সকলো আদৰ্শকে একত্ৰিত কৰি আয়োজিত হোৱা এই বিৰাট উৎসৱটোত একেখন বৈচিত্ৰপূৰ্ণ মণ্ডপৰ ভিতৰতে একেলগে, একে সময়তে কুৰিখনৰো ওপৰ নাট মঞ্চস্থ কৰাৰ দৰে উৎসৱ ভাৰতৰ ক'ত আছে ? এই প্ৰসঙ্গতে উল্লেখ কৰিবলগীয়া যে, এই উৎসৱত সহযোগ কৰি ভাৰতৰ দুই-এজন বিদগ্ধ কলাবিদ পণ্ডিতে ভাৰতৰ বিভিন্ন কাকতত মন্তব্য কৰিছিল যে দৰ্শকৰ আধ্যাত্মিক চেতনা জগাই আত্ম-সংস্কৃতি গঢ়িব পৰা এই ধৰণৰ সাংস্কৃতিক উৎসৱে ভাৰতৰ অন্যান্য সাংস্কৃতিক উৎসৱক নগন্য কৰি তুলিব পাৰে। এনে উৎসৱ পৃথিবীৰ ভিতৰতে বিৰল বুলি সিবিলাকে মন্তব্য কৰিছে।

কিন্তু দুখৰ বিষয় যে এনে এজন মহাপ্ৰতিভাশালী মহাসংস্কৃতিৰ স্ৰষ্টা মহাপুৰুষজনাৰ প্ৰতিভাক আমি অসমীয়াই চিনি নাপালো আৰু মহাপুৰুষজনাৰ আদৰ্শক আমি লব নাজানিলো।

সংগীতৰ ক্ষেত্ৰতো শ্ৰীমন্ত শঙ্কৰৰ অৱদান অবিস্মৰণীয়। যদিও এই সঙ্গীত হিন্দুস্থানী সঙ্গীতৰ ধাৰাৰ ভিতৰৰে, তথাপি সংগীতৰ সুৰ বহু ক্ষেত্ৰত পাৰ্থক্য ৰাখি শ্ৰীমন্ত শঙ্কৰে সৃষ্টি কৰিছিল। ইয়াৰ মীড় গমক আদিৰ নিৰ্ব্বাচন সম্পূৰ্ণ বেলেগ ধৰণৰ। বৰগীতৰ ৰাগ আৰু ঠাচ্‌বোৰ হিন্দুস্থানী সঙ্গীতৰ লগত মিল আছে যদিও ছন্দবোধ জটিল ধৰণৰ আৰু সেই কাৰণেই বৰগীতত বেলেগ বেলেগ তালৰো সৃষ্টি কৰিব লগা হৈছিল। বৰগীতৰ বিষয়বস্তুৰ ওপৰত সম্পূৰ্ণ সংযম ৰক্ষা কৰি মীড় গমক ছন্দ নিৰ্ব্বাচনত নতুনত্বৰ সৃষ্টিৰে সুৰ সংযোজনা কৰা এই বৰগীতে শ্ৰোতাৰ মনত মানসিক উৎকৰ্ষ সাধন কৰাই নহয়, আধ্যাত্মিক চেতনাও জগাই তুলি ভক্তিৰ পৰম আশ্বাসো দান কৰিব পাৰিছিল। এই বৰগীত আৰু বৰগীতৰ মাজেদি শ্ৰীমন্ত শঙ্কৰে উপলব্ধি কৰা মহা-সত্যসমূহক সমগ্ৰ ভাৰততে প্ৰচাৰ কৰাৰ উদ্দেশ্যৰেই ব্ৰজাৱলী ভাষাৰ লগত সংমিশ্ৰণ কৰি ৰচনা কৰিছিল।

সেইদৰেই নৃত্যৰ ক্ষেত্ৰতো যদিও ভাৰতৰ মূল শাস্ত্ৰ নাট্য শাস্ত্ৰৰ সূত্ৰসমূহৰে বন্ধা নিয়মৰ মাজেদিয়েই উচ্চাঙ্গ নৃত্য ৰচনা কৰা হৈছিল তথাপি বিভিন্ন প্ৰান্তৰৰ জনসাধাৰণৰ হাতত পৰি বিভিন্ন প্ৰান্তৰত কিছু পৰিমাণে বেলেগ বেলেগ ৰূপ পৰিগ্ৰহণ কৰিলে। এনে নৃত্যসমূহক দেৱ-দেৱীৰ পূজাৰ অঙ্গ হিচাবেও ঠায়ে ঠায়ে ব্যৱহাৰ কৰিছিল! সেই-দৰেই অসমতো দেওধনী, দেৱদাসী, ওজাপালি আদিৰ প্ৰচলন আছিল। শ্ৰীমন্ত শঙ্কৰে পূজা-পাৰ্ব্বণত প্ৰচলিত হৈ থকা নৃত্যৰ অঙ্গসমূহকো অন্তৰ্ভুক্ত কৰি লৈ তাত সম্পূৰ্ণ বৈষ্ণৱী প্ৰভাৱ পেলাই এক নতুন নৃত্য-নাট্যৰ সৃষ্টি কৰিলে। ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আদি বিভিন্ন নাট সৃষ্টি কৰি প্ৰয়োজনাত নৃত্য-গীতৰ প্ৰাধান্যৰ এক অভিনৱ বৈশিষ্ট্যপূৰ্ণ ধাৰাৰ প্ৰৱৰ্ত্তন কৰোৱালে। এই নাটসমূহত সংযোগ কৰা বিভিন্ন ধৰণৰ নৃত্যৰ উপৰিও চালি নাচ, ঝুমুৰা নাচ, নটুৱা নাচ, কৃষ্ণ নাচ, সূত্ৰধাৰী নাচ, অপেশ্বৰী নাচ আদি কেইবাটাও উচ্চাঙ্গ ধৰণৰ নাচ ৰচনা কৰিছিল। যিবোৰ নাচ আজি অসমৰে কিয় সদৌ ভাৰতৰে কলা-সংস্কৃতিৰ শ্ৰেষ্ঠ সম্পদ। নৃত্য-কলা প্ৰশিক্ষণৰ কাৰণে ব্যায়ামসমূহ যেনে, আঠু লন, থিয় লন, ওৰাচালি, চালনি সৰকা, ময়ূৰে পানী খোৱা, উঘা পাক আদি বিভিন্ন ব্যায়ামসমূহৰ দৰে মাটি আখৰাও ভাৰতীয় নৃত্যৰ অন্যান্য গুৰুকুলতো বিৰল।

স্থাপত্য ভাস্কৰ্য্যৰ ক্ষেত্ৰতো এক অপূৰ্ব্ব অৱদানৰে মহাকলাকাৰ-জনে জাতিটোক সমৃদ্ধ কৰি থৈ গৈছিল। পাঁচশ বছৰৰ আগতেই সৃষ্টি কৰা স্থাপত্যৰ বৌপিক সৰলতা আৰু ভাস্কৰ্য্যৰ চানেকিৰদৰেই বিশ শতিকাত পৃথিৱীৰ অন্যতম শ্ৰেষ্ঠ মহানগৰ বাৰ্লিনত নৱনিৰ্ম্মিত অট্টা-লিকাবোৰৰ স্থাপত্য ভাস্কৰ্য্য দেখি জ্যোতি প্ৰসাদে কৈছিল যে "তেওঁৰ দৰে বৈপ্লৱিক দৃষ্টিৰ সংস্কৃতি স্ৰষ্টা ভাৰতৰ কথা নকৰেঁই পৃথিৱীতে বিৰল।

কিন্তু দুখৰ বিষয় যে সেই মহাকলাকাৰজনৰ মহান প্ৰতিভাক আজিও চিনিব নোৱাৰিলো। যুগজয়ী সাহিত্য, সঙ্গীত, নৃত্য, চিত্ৰ, স্থাপত্য, ভাস্কৰ্য্য সকলো দিশতে আমাৰ নিজস্ব বৈশিষ্ট্যতাৰ প্ৰমাণ কৰিব পৰা



একো একোটা ধাৰা বা গুৰুকুল বুলি স্বীকৃতি লব নোৱাৰিলোঁ। এনে মহান আদৰ্শসমূহক গ্ৰহণ কৰিবতো নোৱাৰিলোৱেই, এনেবোৰ সম্পদৰ কথা জগতত প্ৰচাৰো কৰিব নোৱাৰিলোঁ। আমি অসমীয়াই বিশ্ব শান্তি প্ৰতিষ্ঠা কৰিবলৈ কল্পনা কৰা মহাকলাকাৰজনৰ আদৰ্শক বিশ্বৰ আগত দাঙি ধৰিব পৰাহেঁতেন হয়তো আজি সমগ্ৰ বিশ্বই উপকৃত হ'ল হেঁতেন। সেয়ে জ্যোতি প্ৰসাদে বেজাৰ কৰি কৈছিল যে, "আমি সংস্কৃ-তিৰ অৰ্থ হেৰুৱাই এটা ভ্ৰান্তিৰ খালত পৰি মৰা জাতি।" সঁচাকৈয়ে আমি অন্ধলা হৈ মাটিৰ প্ৰদীপৰ শীতল পোহৰকণ এৰি বাহিৰৰ জোনাকী খেদি ফুৰিছো। "কিনো হে বিধাতা দিলা মাটিখন" বুলি মহৰ্ষি কমলাকান্তই এনেয়ে সন্তাপ কৰা নাই।

আজিৰ জাতীয় সংস্কৃতিৰ ৰূপান্তৰ ঘটিছে। যুগান্তৰৰ লগে লগে সংস্কৃতিৰো ৰূপান্তৰ ঘটে আৰু ৰূপান্তৰৰ প্ৰয়োজনো আছে। এই মহাসত্যটোক অস্বীকাৰ কৰিব নোৱাৰি যদিও আমাৰ দেশৰ সংস্কৃতিৰ নৱোন্মেষ সাধন কৰিবলৈ ওলোৱা চামে আমাৰ ঐতিহ্যক সম্পূৰ্ণকৈ বাদ দিয়াৰ চেষ্টা চলাইছে। উদাহৰণস্বৰূপে শ্ৰীমন্ত শঙ্কৰে সৃষ্টি কৰা গীত-মাত, নৃত্য-নাট্যসমূহ আজি নতুন সংস্কৃতি ৰচনা কৰিবলৈ ওলোৱা চামে মনোনিবেশ নকৰাৰ ফলতে সম্পূৰ্ণভাৱে অৱহেলিত হৈ পৰিছে আৰু তাৰে ফলত এই সম্পদবোৰ সম্পূৰ্ণভাৱে বিকৃত হৈয়ো পৰিছে। গাওঁৰ সহজ সৰল নিৰক্ষৰ মানুহ চামে ৰক্ষা কৰি অহা কলা-কৃষ্টিৰ পৰম্পৰাক গাওঁৰ নতুন ডেকা চামে নতুনৰ লগত খাপ খুৱাবলৈ বুলি আধুনিক সস্তীয়া চিন্তাধাৰাৰে যি ধৰণেৰে ৰূপান্তৰ কৰিবলৈ চেষ্টা কৰিছে তেনে ৰূপান্তৰে কলা সংস্কৃতিৰ মানদণ্ড বঢ়াব নোৱাৰে। অসম্পূৰ্ণ জ্ঞান আৰু তেনে উপলব্ধিয়ে সংস্কৃতিৰ বিকৃতিহে ঘটায়।

আনহাতে আমি চেমনীয়াসকলকো দোষ দিব নোখোজো। দেশত যেতিয়া কলা-কৃষ্টিৰ দুৰ্ভিক্ষ হয় তেতিয়া এনে ধৰণৰ মহা-মাৰীয়ে দেশত দেখা দিয়ে। পাশ্চাত্য সংস্কৃতিয়ে দেশজুৰি আক্ৰমণ

চলোৰাৰ পাছতে বোম্বে মহানগৰীৰ কিছুমান সস্তীয়া মস্তিস্কৰ চিত্ৰ প্ৰযোজকে অৰ্থোপাৰ্জ্জনৰ খাতিৰত ভাৰতীয় জীৱন আৰু দৰ্শনৰ লগত খাপ নোখোৱা অতি সস্তীয়া নৃত্য-গীতৰ প্ৰদৰ্শন কৰি আমাৰ দেশৰ চেমনীয়া আৰু ডেকা মনটোক তথা ভাৰতীয় সংস্কৃতিৰ ওপৰত যি ধৰণেৰে কুঠাৰঘাত কৰিছে তাক নিশ্চয় সকলোৱে উপলব্ধি কৰিব পাৰিছে। আজি নতুন পুৰুষৰ মনবো মনত এনে ধৰণৰ সংস্কৃতিয়ে যেনেকৈ খোপনিপুতি বহিছে তালৈ চাই আমাৰ সন্দেহ হয় যে দুই-এটা যুগৰ পিচতেই সংস্কৃতিৰ সৰ্ব্বোচ্চ শিখৰত আৰোহণ কৰি মহিমামণ্ডিত হোৱা ভাৰতীয় জাতিসমূহে নিজ নিজ পৰিচয় কিম্বা অস্তিত্ব থকা বুলি প্ৰমাণ কৰিবলৈ টান হৈ পৰিবগৈ। অসমৰ এই মাটিতে জন্ম লৈ নিজ সংস্কৃতিৰে সমৃদ্ধ হোৱাৰ পিচতো নিজৰ গীত-মাত, সভ্যতা, সংস্কৃতি সকলো হেৰুৱাই ফিৰিঙ্গি হৈ আজি নিজক চিনাকি দিব নোৱাৰা হোৱা দুই-এটা জনজাতিলৈ লক্ষ্য কৰিলেই এই অনুধাৱনৰ সত্যতা প্ৰমাণিত হব।

এই অভাজনে ভাবি নাপাই যে অসমৰ নৱ সংস্কৃতিৰ গঢ় দিওঁতা জ্যোতি প্ৰসাদে পৃথিবীৰ বহু সঙ্গীতৰ ধাৰাৰ লগত পৰিচিত হৈ আহিও আৰু আজিৰ সুৰৰ সপোনৰচোতা ভূপেন হাজৰিকাই পৃথিবীৰ বহু সঙ্গীতৰ ধাৰাক বুজি পায়ো কিয় এই মাটিৰ, এই জাতিটোৰ গীত-মাততহে মৌ-কোঁহ বিচাৰি পাইছে, এই কথাখিনি আজিৰ সঙ্গীতসেৱীসকলে বুজি নেপালে!

নতুন দিনৰ সংস্কৃতি গঢ়িবলৈ ওলোৱাসকলে এইটো স্মৰণ কৰা উচিত হব যে মহা মহা পুৰুষসকলে যুগ যুগ অভিজ্ঞতাৰে মহাসত্যৰ উপলব্ধি কৰি গঢ়ি দি যোৱা ঐতিহ্যৰ ভেঁটিত থিয় হৈ নতুন সংস্কৃতি গঢ়িব নোৱাৰিলে সেই সংস্কৃতিয়ে মানৱ সমাজক মহীয়ান কৰিব নোৱাৰে। সেয়ে জ্যোতি প্ৰসাদ, বিষ্ণু প্ৰসাদ আৰু আজি ভূপেন হাজৰিকায়ো ঐতিহ্যৰ ভেঁটিৰ পৰা ভৰি পিছলি যাবলৈ দিয়া নাই।



অৱশ্যে এইটোও সত্য যে আজি ৰেডিও, টেলিভিচনৰ যুগত আমাৰ গাওঁবোৰত প্ৰচলিত ভাওনাত দুঘণ্টা জোৰা খোল বাদন দেখুৱাই আৰু সাধনাবিহীন স্বৰভঙ্গ বেসুৰীয়া কণ্ঠেৰে গীত শুনাই দৰ্শকক তৃপ্তি দিব নোৱাৰি। সেয়ে আজিৰ যুগৰ মনটোৰ বা ৰুচিৰ লগত খাপখুৱাই এক ৰূপান্তৰৰ সৃষ্টি কৰা প্ৰয়োজন হৈছে; কিন্তু সেই ৰূপান্তৰ ঘটাবলৈ যাওতে কলা-কৃষ্টিৰ মৌলিক সূত্ৰবোৰ এক বিন্দুও হানি নোহোৱাকৈ জাতীয় বৈশিষ্ট্যতাক সম্পূৰ্ণৰূপে ৰক্ষা কৰি সমন্বয় কৰিব পৰা অন্যান্য বাদ্য যন্ত্ৰ আদিৰ সংমিশ্ৰণেৰে যদি শ্ৰুতিমধুৰ কৰি লব পৰা যায়, তেন্তে আজিৰ শ্ৰোতাসকলে বা দৰ্শকসকলে বিচৰা আনন্দখিনি পোৱাত নিশ্চয় অসুবিধা নহব।

জ্যোতি প্ৰসাদে বৈপ্লৱিক দৃষ্টিৰে সমন্বয় গঢ়ি তুলিবলৈ বুলি গাইছিল—"শুন শুন ৰে সুৰ বৈৰী প্ৰমাণ।" ইয়াৰ সুৰ, ছন্দ, তাল-মান লয় সম্পূৰ্ণভাৱে ৰক্ষা কৰি খোল-তালৰ লগত নাগেৰা, ৰবৰ্কাঁহ, খুতিতাল, বামতাল সংমিশ্ৰণ কৰাৰ উপৰিও পাশ্চাত্য সঙ্গীত যন্ত্ৰ অৰগেন, বেহেলা, ভাৰতীয় বাদ্য যন্ত্ৰ চেতাৰ, বাঁহী, এছৰাজ, মৃদং আদি বিভিন্ন বাদ্য যন্ত্ৰ ব্যৱহাৰ কৰিছিল; কিন্তু খোল, তাল, নাগেৰা আদিক প্ৰাধান্য দিয়া হৈছিল। সেই সমন্বয়ৰ সৃষ্টি আছিল অপূৰ্ব্ব। এনে সংমিশ্ৰণক কোনো গোড়া মনোভাৱৰ লোকেও নশলাগি নোৱাৰিছিল। সেয়ে আশা ৰাখিছোঁ যে আজিৰ নৱসংস্কৃতিৰ ৰূপস্ৰষ্টাসকলে যেন এনে ধৰণেৰে বিজ্ঞানসন্মতভাৱে সমন্বয়ৰ সৃষ্টি কৰি অৱহেলিত হৈ পৰা স্বকীয় কলা-কৃষ্টিক গতিশীল কৰি গঢ়ি তোলে।

আজিৰ যুগ পৰিবৰ্ত্তনৰ লগে লগে সংস্কৃতিৰো ৰূপান্তৰ ঘটিছে। ৰূপান্তৰ ঘটিবই; কিন্তু আজিৰ যুগৰ সংস্কৃতিৰ বৰ শৰাইখনৰ ঢাকনিখন গুচাই দি যি দেখিবলৈ পাইছো সি সন্তোষজনক নহয়। শঙ্কৰী গীত-মাত ক্ৰমে অৱহেলিত হৈ আহিলেও আজি আমাৰ সৰহ সংখ্যক গায়কে শাস্ত্ৰীয় ধাৰাৰ এক বিন্দুমাত্ৰাও আয়ত্ত

নকৰি পশ্চিমীয়া লঘু, অতি সস্তীয়া কথাছবিৰ সঙ্গীতকে অনুকৰণ কৰি আত্মতৃপ্তি লাভ কৰা দেখা গৈছে। জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদৰ পিছতে সুৰৰ যাদুকৰ ভূপেন হাজৰিকা, পাৰবীন চুলতানা, খগেন মহন্ত, বীৰেন দত্ত, ৰুদ্ৰ বৰুৱা আদি কেইজনমানে সাধনা চৰ্চ্চা আৰু সৃষ্টিৰে জাতীয় বৈশিষ্ট্যতাক জীয়াই ৰাখিবলৈ আপ্ৰাণ চেষ্টা চলাই আহিছে যদিও পিচৰ চামটোৱে স্বেচ্ছাচাৰিতা আৰম্ভ কৰিছে যেন অনুমিত হৈছে।

নাট্যজগতলৈ এবাৰ চকু ফুৰাই চালে দেখিবলৈ পোৱা যাব যে অভিনয়ৰ ক্ষেত্ৰত কেইজনমান মুষ্টিমেয় শিল্পীয়ে ভুমুকি মাৰিছে যদিও ৺ব্ৰজ শৰ্ম্মা, ৺ফণি শৰ্ম্মা, ৺চন্দ্ৰ ফুকন আদিৰ দৰে সাৰ্থক অভিনেতাৰ আজি অভাৱ পৰিলক্ষিত হৈছে। এই ক্ষেত্ৰত কেইবাটাও ভ্ৰাম্যমান থিয়েটাৰ দলৰ কাৰ্য্যও উল্লেখযোগ্য। নটৰাজ থিয়েটাৰে অসমত নাট্য আন্দোলন কৰাৰ মানসেৰে মঞ্চৰ যাৱতীয় সা-সৰঞ্জাম লৈ এটি ভ্ৰাম্যমান দলৰ সৃষ্টি কৰিলে। সিবিলাকৰ আদৰ্শতেই কেইবাটাও ভ্ৰাম্যমান দলৰ সৃষ্টি হল। এনে প্ৰচেষ্টাত কেইবা শ শিল্পীৰ অন্নসংস্থান কৰা হৈছে বা সম্যকভাৱে প্ৰশিক্ষণো দিয়া হৈছে যদিও ভ্ৰাম্যমান দলবোৰৰ অভিনয়ৰ মানদণ্ড এতিয়ালৈকে চকুত লগা বিধৰ হোৱা নাই। তেওঁলোকে অভিনয়ৰ সাৰ্থকতাতকৈ জাক-জমকতাৰ সাৰ্থকতাক আৰু অৰ্থোপাৰ্জনৰ প্ৰতিহে বেচি মনোযোগ দিয়া যেন দেখা যায়।

নৃত্য-কলাৰ ক্ষেত্ৰতো দুই-চাৰিজনৰ আশাশুধীয়া প্ৰচেষ্টা আৰু চৰ্চ্চাৰ বাহিৰে বাকী চামে আধুনিকতাৰ নামত স্বেচ্ছাচাৰিতা চলোৱা দেখা গৈছে। অসমৰ বহু ঠাইতে নৃত্য-গীতৰ চৰ্চ্চা কেন্দ্ৰ খোলা হৈছে যদিও তাতো জাতীয় নৃত্য-গীতৰ চৰ্চ্চা কৰাত মনোনিবেশ কৰা দেখা যোৱা নাই।

কথাছবিৰ ক্ষেত্ৰতো জ্যোতিপ্ৰসাদৰ জয়মতীৰ পিচত চিৰাজ, এৰাবাটৰ সুৰ, ৰঙাপুলিছ তাৰ পিচতে অসমীয়া বাইজক অকালতে এৰি থৈ যোৱা ৺ব্ৰজেন বৰুৱাৰ ডঃ বেজবৰুৱা, মুকুতাকে আদি কৰি আৰু দুই-এখন কথাছবিৰ বাহিৰে তেনে সাৰ্থক কথাছবি নিৰ্ম্মাণ হৈছে বুলি আমি কব পৰা হোৱাগৈ নাই। এই গোটেই কথাবোৰবো মূল কাৰণ হল শুদ্ধ সাধনাৰ অভাৱ আৰু তাৰ লগে লগে সকলো ক্ষেত্ৰতে বোম্বে মহানগৰীৰ পৰা আমদানি হৈ অহা সস্তীয়া প্ৰভাৱৰ বতাহ। অৱশ্যে জ্যোতিচিত্ৰবনখনি সম্পূৰ্ণ হলেগৈ একাণপতীয়াকৈ মনোনিবেশ কৰিবলৈ সুযোগ পাব যদিহে কথাছবিৰ মূল আদৰ্শৰ পৰা স্খলিত নহয়।

সাহিত্যৰ ক্ষেত্ৰতো কিছু সংখ্যক লেখত লবলগীয়া গল্প, প্ৰবন্ধ, কাব্য, উপন্যাস, নাটক আদিৰ সৃষ্টি হৈছে যদিও এইটো সংকোচহীনভাৱে কবই লাগিব যে আমাৰ সাহিত্য সভা, বিশ্ববিদ্যালয়, কিম্বা অন্যান্য অনুষ্ঠান-প্ৰতিষ্ঠানসমূহে আৰু সাহিত্যিক, সকলে শ্ৰীমন্ত শঙ্কৰৰ যুগজয়ী লিখনী আৰু কাৰ্য্যাৱলীসমূহক প্ৰচলিত আন্তৰ্জ্জাতিক ভাষাৰ মাধ্যমেৰে বিশ্বদৰবাৰত বিলাই দিবলৈ আজিও সম্পূৰ্ণৰূপে সমৰ্থ নহল বা এই বিষয়ে মনোনিবেশ কৰাও পৰিলক্ষিত নহল। এই প্ৰসঙ্গতে মই সাহিত্য সভাৰ দৃষ্টি আকৰ্ষণ কৰিব খোজো যে মহাশিল্পীজনে বিশ্ব শান্তিৰ কাৰণে সৃষ্টি কৰা লিখনীসমূহ আৰু সাংস্কৃতিক কাৰ্য্যাৱলীসমূহ জগতত প্ৰচাৰ কৰিব পৰাহেঁতেন আজি বিশ্বই শঙ্কৰক সাৰটি ললেহেঁতেন আৰু সেই সংস্কৃতিৰেই উত্তৰাধিকাৰী বুলি অসমীয়া জাতিটোলৈ সমগ্ৰ বিশ্বই সন্মানৰ বৰশৰাই আগবঢ়ালেহেঁতেন। কাৰণ শঙ্কৰদেৱৰ সাহিত্য, সাম্যবাদ, মানৱতা বোধ আৰু আত্মসংস্কৃতিৰ ভিত্তিত ৰচনা কৰা সাংস্কৃতিক সম্ভাৰ সমগ্ৰ বিশ্বৰে সম্পদ।

আজি আমি অসমীয়াই অসমখন খণ্ডবিখণ্ড হৈ যোৱাত বেজাৰ পাইছে। আজি অসমৰ মেপখন চাবলৈ ভয় লগা হৈছে। যিখন অসমৰ মেপৰ উত্তৰে আছিল হিমালয় পৰ্ব্বত দক্ষিণে ব্ৰহ্মদেশ, পুবে চীন, তিব্বত, পশ্চিমে বঙ্গদেশ। চাওঁতে এই মেপখনৰ তিনি

অংশই ফাটি গল। বৈছেগৈ এক অংশ মাত্র। ভাবতে স্বাধীনতা পোৱাৰ আগলৈকে অসমৰ কৌটিকলীয়া ভাষা-সংস্কৃতিকেই সকলো জাতি-উপজাতিয়ে সাদৰি লৈছিল; কিন্তু স্বাধীনতাৰ পিচত পঁচিশ বছৰীয়া শাসনকালৰ ৰাজনৈতিক মেৰপাকত পেলাই অসমীয়া ভাষা-সংস্কৃতিক হত্যা কৰি হিন্দী ভাষা-সংস্কৃতিক জোৰ কৰি ঠায়ে ঠায়ে সুমুৱাই দিয়া হল। আজি অসমীয়া ভাষাকো বলিশালত সুমুৱাৰ ব্যৱস্থাই গা কৰি উঠিছে। অসম ৰাজ্য শিক্ষাৰ মাধ্যম কি হব সেইটো আজি নকৈ ভাবিব লগা আৰু সেই বিষয়ে আন্দোলন কৰি বাইজে বুকু পাতি গুলী লব লগা ৰাজ্য মাত্র অসমেই যাক সকলোৱে উপনিবেশ জ্ঞান কৰে। যি ৰাজ্যৰ ন্যস্ত স্বাৰ্থই ৰাইজৰ মাত মাৰিব খোজে সেই দেশ অসম নহৈ আৰু হব কোন? এই দেশখন খণ্ডবিখণ্ড হৈ যোৱাৰ কাৰণবোৰ যদি আমি বিশ্লেষণ কৰি চাও তেন্তে বুজিব পাৰিম যে বহুত দোষৰ পৰা আমিও হাত সাৰিব নোৱাৰিম। আমাৰ জাতীয় সংস্কৃতিৰ লাইখুটাত ঘুণে ধৰাৰ কাৰণেই আজি আমাৰ ঘৰঘৰখন ভাগি-ছিগি উৰলি যাব ধৰিছে। নহলে এনে এটা উচ্চমান বিশিষ্ট সংস্কৃতি আমাৰ থাকোতে কিয় বিভেদৰ সৃষ্টি হবলৈ পালে? স্বাধীনতা পোৱাৰ আগলৈকে দেশখনৰ জাতি-উপজাতিৰ মাজততো এনে ভাঙোনে ধৰা নাছিল? অসমৰ সাংস্কৃতিক কোনো সেৱা কৰা নাছিল? এই সাহিত্য সভাৰে অধিবেশনতে। সাহিত্যৰথী বেজবৰুৱাই কৈছিল যে কণৌজীয়া, পাঞ্জাবী, বঙলী, উৰিয়া, নেপালী, গুজৰাটী আদিৰ পাঁহ পৰি অসমীয়া ৰবজালখনৰ কলেৱৰ বৃদ্ধি কৰাৰ কথা কোনে নাজানিছিল? বিজয়ী আহোম বংশৰ মানুহ কত চিংফৌ, মৰাণ, নগা, মিৰি, মিকিৰ ডফলা, গাৰো, আৰু অন্যান্য জনজাতিসকলে অসমীয়া সংস্কৃতিক সেৱা কৰা নাছিল নে?

কিন্তু আজি কেইটামান যুগৰ পিছতে আমাৰ বুকুতে থকা উপজাতি, জনজাতিসকলে আমাক এৰি গুচিহে গল। হয়তো আৰু বহুতেই যাবলৈ উপক্রম কৰি আছে। ইয়াৰ প্ৰধান কাৰণ হল



জাতীয় সংস্কৃতিৰ ক্ষেত্ৰত আমাৰ দেশবাসীৰ উদাসীনতা। সীমামূৰীয়া জাতি-উপজাতি ভাইসকলৰ লগত সাংস্কৃতিক আদান-প্ৰদান নকৰি আমাৰ গোৰা মনোভাব আৰু সংস্কৃতিৰ অহংকাৰত আত্মহাৰা হৈ থকাৰ ফলতেই আমাৰ পৰা একো পাব নোৱাৰি, আমাক একো দিব নোৱাৰি আন্তৰিকতা হেৰুৱাই পেলালে। এই সুযোগ লৈয়ে বিভিন্ন ধৰ্ম্ম-সংস্কৃতিৰ প্ৰচাৰকসকলে আৰু প্ৰতিক্রিয়াশীল লোকসকলে আমাৰ সীমামূৰীয়া ভাইসকলৰ অন্তৰ জয় কৰি ললে। দ্বিতীয়তে নিজ স্বাৰ্থৰ কাৰণে কেন্দ্ৰীয় শাসকসকলে প্ৰসাশনীয় পাশা খেল আৰম্ভ কৰিলে। আনহাতে আমাৰ ৰাজ্যৰ ৰাজনৈতিক নেতাসকলৰ অদূৰদৰ্শিতা আৰু নিক্ৰিয়তাৰ সুযোগ লৈ কেন্দ্ৰীয় চৰকাৰে আমাৰ ওপৰত হোৱা জনজাতীয় ভাইসকলৰ অসন্তুষ্টিক সঁহাৰি জনালে। আজি অসমক দুৰ্ব্বল কৰাৰ চক্রান্ত শেষফালে সম্পূৰ্ণ হৈছেগৈ।

অৰুণাচলৰ আদি, মিচিমি, টাংচা ৰাংছো যুগলি, আপাতনি আদিৰ মাজত থাকি অতি আন্তৰিকতাপূৰ্ণ চেনেহ প্ৰীতিৰ অভিজ্ঞতা লৈ আহি আমাৰ বড়ো ভাইসকলৰ উপৰিও মিছিং, ডফলা, লালুং আদি ভাইসকলৰ মাজত থাকি বুজিলো তেওঁলোকৰ ক্ষোভ ক'ত? তেওঁলোকৰ মনোবেদনাৰ কাৰণ কি? আনহাতে চাহ বাগিচাৰ বনুৱা সকলৰ মাজত সোমায়ো দেখিলো তেওঁলোকৰ মনবোৰ কেনেকৈ অসন্তোষৰ বেদনাই চাতি ধৰিছে।

এইবোৰ ক্ষেত্ৰত লাজ সংকোচ নকৰি আমি স্বীকাৰ কৰিব লাগিব যে আমাৰ ধৰ্ম্মান্ধতা আৰু গোড়ামী আদিৰে নিজৰ অহস্কাৰত মত্ত হোৱা প্ৰবৃত্তিবোৰৰ কাৰণেই আমি আমাৰ বুকুৰ উম বিচৰা সৰল সহজ নিৰীহ ভাইসকলক সাৰটি লব নোৱাৰিলো। তেওঁলোকৰ কলা-কৃষ্টিক আমি আদৰি লবলৈ নাজানিলো, আমাৰো কলা-কৃষ্টিৰ ভাগ দিব নোৱাৰিলো। আমি আমাৰ শঙ্কৰক নামঘৰতে সুমুৱাই থলো। শঙ্কৰী ধৰ্ম্মত শৰণ লৈয়েই শ্ৰদ্ধা নিবেদন কৰিছো বুলি আত্মতৃপ্তি লাভ কৰিলো। সেয়ে শ্ৰীমন্ত শঙ্কৰে

দি যোৱা মানুহৰ আধ্যাত্মিক চেতনা জগাই তুলিব পৰা কলা-কৃষ্টি আৰু তাৰ মাধ্যমেৰেই সম্প্ৰীতি গঢ়াৰ আদৰ্শক বুজি নাপালো। এনে মহান আদৰ্শসমূহক বুজি পোৱাহেঁতেন আমাৰ সত্ৰসমূহে অন্যান্য মিছনেৰীৰ দৰে ধৰ্ম্ম-সংস্কৃতি প্ৰচাৰৰ জৰিয়তে আমাৰ জনজাতি, উপজাতি সকলোকে বুকুত সুমুৱাই ৰাখিব পাৰিলোহেঁতেন।

আনহাতে সাংস্কৃতিক ৰুচি আৰু আদৰ্শবোধ নথকা আমাৰ শাসন যন্ত্ৰৰ বাঘজৰীধৰোতা নেতাসকল সংস্কৃতিসম্পন্ন নোহোৱা আৰু দূৰদৰ্শি নোহোৱাৰ কাৰণেই জাতীয় সংহতি আৰু সংস্কৃতি উন্নয়নৰ কাৰণে সমূলঞ্চে মনোযোগ দিবৰ প্ৰয়োজনবোধ নকৰিলে। জনজাতি সমাজ কল্যাণৰ নামত যিহকেই নকৰক সেই জনজাতি-উপজাতিসকল আৰ্থিক বা অন্যান্য দিশত পিচ পৰিয়েই যে থাকিল সেইটো কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এনে ধৰণেৰে হোৱা সাংস্কৃতিক আৰু সাম্প্ৰীতিক ভ্ৰষ্টতাৰ পিচত আমি কি কৰিব লগীয়াত পৰিছো সেইটোহে আজি ভাবিবলগীয়া কথা।

আমাৰ অদূৰদৰ্শীতাৰ কাৰণেই হওক কিম্বা ৰাজনৈতিক চক্ৰান্ত বা দুৰ্ভাগ্যৰ কাৰণেই হওক দেশখনৰ যিখিনি আজি হেৰুৱালো তাক ঘূৰাই পোৱা টান। তথাপিও আমি আমাৰ সীমা-মূৰীয়া আৰু বুকুতে থকা জনজাতি-উপজাতি ভাইসকলৰ লগত আন্তৰিকতাৰে সুস্থ সম্প্ৰীতি গঢ়ি তুলিবলৈ আগবাঢ়ি আহিব লাগিব। তেওঁলোকৰ মাজত থকা বৈচিত্ৰপূৰ্ণ কলা-কৃষ্টিও অসমৰেই নহয় সমগ্ৰ ভাৰতৰে মূল্যৱান সম্পদ। সেই সম্পদসমূহকো সামৰি লৈ আমাৰবিলাকৰে সৈতে এটা সুস্থ সমন্বয় কৰি ঐতিহ্যৰ ভেঁটিত নতুন দিনৰ নতুন সংস্কৃতি গঢ়াৰ আঁচনি লব লাগিব।

সাংস্কৃতিবিহীন এটা জাতি জীয়াই থাকিব নোৱাৰে। অসমীয়াই নিজৰ ঐতিহ্যক লৈ স্বকীয় বৰ্দ্ধিত গৌৰৱেৰে অসমীয়া হিচাবে স্বাধীন ভাৰতৰ এখন ৰাজ্যৰ নাগৰিক হিচাবে জীয়াই থাকিবলৈ বিচাৰে। সেয়ে আজি নতুন পুৰুষসকলৰ ওপৰত অতি



গধুৰ দায়িত্ব আহি পৰিছেহি। এফালে জাতিটোক শক্তিশালী কৰিবলৈ অসন্তোষ অভিমানত বিমন হৈ থকা জনজাতি-উপজাতি আৰু বাগানৰ বনুৱা ভাইসকলক বুকুত সুমুৱাই লোৱাৰ কাৰণে আঁচনি কৰিব লাগিব আৰু আনহাতে দুস্কৃতিয়ে সস্তীয়া কলা-কৌশলৰ চলনাময়ী ৰূপ লৈ গ্ৰাস কৰিবলৈ অহা মহাসংস্কৃতিক ৰক্ষা কৰিব লাগিব। জাতীয় সংস্কৃতি আৰু জাতীয় সংহতিৰ মহান আদৰ্শসমূহক বুজি-বাজি লৈ তাৰ বৈশিষ্ট্যতাক উপলব্ধি কৰি বৈশিষ্ট্যপূৰ্ণ সাহিত্য গঢ়িব লাগিব। নতুন পুৰুষৰ পৰা আমি সেই সংস্কৃতিহে আশা কৰো—যি সংস্কৃতি নতুন যুগৰ নতুন পোহৰত জিলিকি থাকে, যি সংস্কৃতিয়ে নতুন সুন্দৰক পুৰণি সুন্দৰৰ লগত সমন্বয় ঘটায় ব্যক্তি, মন আৰু সমাজ মনৰ মহামিলন ঘটাব পাৰে—যি সংস্কৃতিয়ে শুদ্ধ সমন্বয়ৰে অসমীয়াৰ জাতীয় বৈশিষ্ট্যতাক জিলিকাই ৰাখিব পাৰে।

আজি নতুন পুৰুষে তেনে চিন্তা চৰ্চা আৰু সাধনাৰে আগবাঢ়ি গলেহে অসমীয়া জাতিটো আজি নিচেই সৰুহৈ পৰিলেও বিশ্ব দৰবাৰত এটুকুৰা হীৰাৰ দৰেই জিলিকি থাকিব আৰু এখন সন্মানৰ বৰশৰাইৰ অধিকাৰী হব। শেষত জ্যোতি প্ৰসাদৰ ভাষাৰেই কওঁ শ্ৰীমন্ত শঙ্কৰে দিয়া বিশ্ব সংস্কৃতিৰ ৰূপান্তৰৰ শিল্পী হৈ আজি অসমীয়া শিল্পী বিশ্ব শিল্পী হৈ জনতাৰ কোলাত জ্বলি উঠক। অসমীয়া শিল্পীৰ সাধনাত ভগীৰথৰ তপস্যাত গঙ্গা নমাদি চিৰ সুন্দৰ নামি পৃথিবীলৈ আহক।

মহামনীষাৰ মহাপ্ৰতিভাৰ
নৱ জীৱনৰ সোণ সপোনৰ
এই দেশতেই সোণ ভৱিষ্যৰ
সোণৰ জ্যোতি জলক—
এই দেশতেই শিল্পী মনৰ মহাসপোনৰ
এই পৃথিবীৰ সোণ দিঠকৰ
সোণ চানেকি সোণ ছবিৰে তোলক
বোধন কৰি বিশ্ব শিল্পী মনক

এই দেশতেই
জন জীৱনৰ
সোণ মনটি
সোণ পাহিৰে
সোণ হাঁহিৰে
ফুলক।

+০০+

—:০:—

# অসম সাহিত্য সভাৰ ৰঙিয়া অধিৱেশন

(এটি সমীক্ষা)

ডিম্বেশ্বৰ শৰ্ম্মা

অসম সাহিত্য সভাৰ চত্বাৰিংশ মুকলি অধিৱেশন দহ, এঘাৰ, বাৰ ফেব্ৰুৱাৰী (১৯৭৩ চন) তাৰিখ শনি, দেওঁ আৰু সোমবাৰে ৰঙিয়াৰ হৰদত্ত-বীৰদত্ত নগৰত অতি উলহ-মালহেৰে বিপুল জন সমাবেশৰ মাজত সুচাৰুৰূপে সম্পন্ন হয়। অধিৱেশনৰ দুদিন আগৰে পৰা অসমৰ বিভিন্ন সাংস্কৃতিক দল আৰু অসমৰ বিভিন্ন ঠাইৰ প্ৰতিনিধিসকলৰ উপৰিও মেঘালয়, নগাৰাজ্য আদিৰ পৰাও প্ৰতিনিধিৰ সোঁত বৰলৈ ধৰে। তাৰ আগৰে পৰাই অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীপ্ৰাণেশ্বৰ শৰ্ম্মা, উপসভাপতিসকল (সৰ্ব্বশ্ৰী) দুৰ্গাদত্ত আগৰৱালা, কামিনীমোহন শৰ্ম্মা, বাহৰুদ্দিন আহমেদ, নিকুঞ্জ চৌধুৰী, হৰিকান্ত সিং প্ৰধান সম্পাদক অধ্যক্ষ শ্ৰীবীৰেন্দ্ৰ নাথ বৰদলৈ আদি কৰ্ম্মকৰ্ত্তাসকল দিনে-ৰাতিয়ে অত্যন্ত কৰ্ম্মব্যস্ত হৈ পৰিছিল।

৯ ফেব্ৰুৱাৰী শুক্ৰবাৰে সন্ধিয়া ৬ বজাৰ পৰা বিদায়ী বছৰটোৰ শেষ কাৰ্য্যনিৰ্ব্বাহক সমিতি শ্ৰীহেম বৰুৱাৰ সভাপতিত্বত বহে। সমিতিয়ে মূল সভাৰ বাবে প্ৰধান সম্পাদকৰ প্ৰতিবেদন গ্ৰহণ কৰে আৰু বিভিন্ন শাখা সভাৰ পৰা অহা বহু সদস্যৰ প্ৰস্তাৱ জুকিয়াই মূল সভাত উত্থাপনৰ বাবে কেইটামান প্ৰস্তাৱ যুগুত কৰিবলৈ এখনি উপসমিতি গঠন কৰি দিয়ে।



## পতাকা উত্তোলন

১০ ফেব্ৰুৱাৰী শনিবাৰে পুৱা ৮ বজাত মূল সভাৰ মণ্ডপ প্ৰাঙ্গণত অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি বিদায়ী সভাপতি শ্ৰীহেম বৰুৱাই অসম সাহিত্য সভাৰ পতাকাৰ তলত থিয় হৈ ঐক্য আৰু সম্প্ৰীতিৰ বান্ধোনেৰে বান্ধ খাবলৈ সৰ্ব্বে অসমবাসীকে আহ্বান জনায়।

## প্ৰদৰ্শনী আৰু স্মৃতিগ্ৰন্থ উন্মোচন

পুৱা ৯ বজাত প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰি প্ৰসিদ্ধ কলাবিদ্ শ্ৰীযুগল দাসে অসমৰ বাহিৰত অসমীয়া সংস্কৃতি আৰু কলাৰ উপযুক্ত প্ৰচাৰৰ বাবে আহ্বান জনায়। অসমৰ প্ৰাচীন কলা সম্পদৰ উপযুক্ত ৰক্ষণাবেক্ষণৰ বাবে শ্ৰীদাসে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। উল্লেখযোগ্য যে সভাৰ তিনিদিনৰ ভিতৰত প্ৰায় দুইলাখ লোকে প্ৰদৰ্শনী দৰ্শন কৰে। অসম সাহিত্য সভাৰ উপৰিও অসম প্ৰকাশন পৰিষদ আদিয়েও প্ৰদৰ্শনীত ৰেহাই মূল্যত পুথি বিক্ৰী কৰে।

প্ৰদৰ্শনী উদ্বোধনৰ আগে আগে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীয়ে অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা শ্ৰীনীলকাণ্ড মহন্ত আৰু শ্ৰীপদ্মৰাম শালৈৰ সম্পাদনাত প্ৰকাশ পোৱা এখনি উন্নত মানদণ্ডৰ স্মৃতিগ্ৰন্থ উন্মোচন কৰি কয় যে এনে স্মৃতিগ্ৰন্থসমূহে একোটি শুভ আৰু জাতীয় সংস্কৃতিৰ উন্নতি সাধক ক্ষণৰ স্মৃতি চিৰস্থায়ী কৰি ৰাখে আৰু এই স্মৃতিগ্ৰন্থসমূহো সাহিত্যৰ এক বিশেষ অঙ্গ।

## কবি সন্মিলন

১০ ফেব্ৰুৱাৰী শনিবাৰে গধূলি ৬ বজাত বহা কবি সন্মিলনত সভাপতিত্ব কৰে কবিতা-কোঁৱৰ শ্ৰীঅম্বেশ্বৰ চেতিয়া ফুকনে। শ্ৰীচেতিয়া ফুকনৰ ছন্দোবদ্ধভাৱে ৰচনা কৰা ছপা ভাষণটি অভিনৱ আৰু মনোগ্ৰাহী হৈছিল। ভাষণটিৰ শেষৰ শাৰীকেইটি—

আজি ৰঙিয়াৰ ৰঙ্ মহলত
ভাষা-জননীৰ মান মন্দিৰত
জিলিকি উঠক সোণৰ কলচী জ্বলক প্ৰেমৰ
প্ৰদীপ ধূপ,
বাণী-বন্দনাৰে জ্যোতি-মণ্ডলত চাওঁ জননীৰ
মোহিনী ৰূপ।
সকলোতে দেখো সুন্দৰৰ ছবি, নাই কলঙ্কৰ
কালিমা ক'তো,
জয় হক আজি মানৱ জাতিৰ "সৰ্বে সত্তা
সুখিতা ভৱন্তু।"

কবি সন্মিলনত স্বৰচিত কবিতা আবৃত্তি কৰোতাসকলৰ ভিতৰত আছিল—পদ্মশ্ৰী নলিনীবালা দেৱী (এওঁৰ কবিতাটি ডঃ মহেশ্বৰ নেওগে আবৃত্তি কৰে), ধ্বনি কবি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, ডঃ মহেশ্বৰ নেওগ, শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস, শ্ৰীপৰেশমল্ল বৰুৱা, এম-ইব্ৰাহিম আলি, শ্ৰীহীৰেন ভট্টাচাৰ্য্য, শ্ৰীনিত্যা দত্ত, শ্ৰীনাৰায়ণ বেজবৰুৱা, শ্ৰীঅৱনীন্দ্ৰ চন্দ্ৰ বৰা, শ্ৰীভুৱনেশ্বৰ শৰ্ম্মা, শ্ৰীসিদ্ধেশ্বৰ তামুলী, শ্ৰীৰাম গোস্বামী, শ্ৰীআনন্দ চন্দ্ৰ শৰ্ম্মা, ডঃ সত্যনাথ কাকতি, শ্ৰীৰোহিণী শৰ্ম্মা, শ্ৰীমতী প্ৰেমময়ী দাস, শ্ৰীমতী ফাতেমা খাতুন, শ্ৰীমতী এলি আহমেদ, শ্ৰীমতী কমলিনী বৰবৰা, শ্ৰীমতী চিত্ৰলতা ফুকন প্ৰমুখ্যে প্ৰায় ৪০ জন কবি।

## আলোচনা চক্ৰ

১১ ফেব্ৰুৱাৰী দেওবাৰে পুৱা ৮ বজাৰ পৰা ১১ বজালৈ অনুষ্ঠিত আলোচনা-চক্ৰৰ বিষয়বস্তু আছিল—"বৰ্ত্তমান সমাজ ব্যৱস্থাত সাহিত্যিকসকলৰ ভূমিকা কেনে হোৱা উচিত"। সভা উদ্বোধন কৰি অসমৰ প্ৰাক্তন শিক্ষাধিকাৰ শ্ৰীদিবাকৰ গোস্বামীয়ে কয়—"সমাজৰ ঐক্য আৰু শান্তি অটুট ৰখাত সাহিত্যিকে প্ৰধান ভূমিকা গ্ৰহণ কৰিব লাগিব। সমাজৰ দূৰ্নীতি, ব্যভিচাৰ আদি আঁতৰাই সাহিত্যিক-



সকলেই নিজা সমাজ প্ৰতিষ্ঠাত আগস্থান ল'ব লাগিব। সাহিত্যিক-সকলৰ চিন্তাধাৰাই সমাজক প্ৰভাৱান্বিত কৰি আহিছে আৰু কৰিব লাগিব। সাহিত্য সভাৰ ওপৰত হোৱা সমালোচনাৰ খণ্ডন কৰি শ্ৰীগোস্বামীয়ে কয় যে এনে ধৰণৰ আলোচনা চক্ৰই সাহিত্য সভাৰ উদ্দেশ্য সাধনত যথেষ্ট সহায় কৰিব।

আলোচনা চক্ৰত সভাপতিত্ব কৰি শ্ৰীছগনলাল জৈনে দিয়া সুলিখিত ভাষণটিয়ে শ্ৰোতাসকলক মুগ্ধ কৰে। স্থানাভাৱত শ্ৰীজৈনৰ ভাষণৰ মাত্ৰ তিনিটা বাক্য তলত দিলোঁ।

"সাহিত্য জীৱনৰ কেৱল অনুকৃতি বা পুনৰ্নিৰ্মিতিয়ে নহয়, ই জীৱনৰ ক্ষতিপূৰ্তিও। আমাৰ জীৱন এনেকুৱা, মাত্ৰ সেইখিনি দেখুৱাই দিয়াই তাৰ উদ্দেশ্য নহয়; আমাৰ জীৱন এনেকুৱা হোৱা উচিত তাৰো ইঙ্গিত প্ৰকৃত সাহিত্য সভাই দিব লাগিব। সেই কাৰণে দৈনন্দিন জীৱনত ঘটা ঘটনাৰ বাহিৰেও যি সাহিত্যত আমাৰ ভৱিষ্যৎ জীৱনৰ আশা-আকাঙ্খা আৰু সংকল্পও প্ৰতিফলিত হয়, সেই সাহিত্যহে আমাৰ জীৱনৰ আচল সাহিত্য।"

আলোচনাত অংশ গ্ৰহণ কৰি অধ্যক্ষ শ্ৰীশৰৎ চন্দ্ৰ গোস্বামীয়ে কয় যে সমাজৰ আশা-আকাংক্ষা দাঙি ধৰাটোৱে সাহিত্যিকৰ প্ৰধান ভূমিকা হ'ব লাগে। সাহিত্যিক হ'ব লাগিব দিক্ নিৰ্ণয়কাৰী আৰু সাহিত্য হ'ব লাগিব যুগধৰ্মী। দুৰ্নীতি মচিমূৰ কৰিবলৈ আৰু সমাজক সামগ্ৰিক উন্নতিৰ পথত সহায় কৰিবলৈ সাহিত্যিকে প্ৰেৰণা দিব লাগিব। ক্ষমতা লোভ আৰু ধৰ্ম্মৰ গোড়ামি এই দুটাই আমাৰ ডাঙৰ ব্যাধি। সাহিত্যিকে এই দুটা ব্যাধি দূৰ কৰিবলৈ আৰু মানুহৰ প্ৰকৃত ৰূপ দিবলৈ চেষ্টা কৰিব লাগিব। প্ৰাক্তন শিক্ষাধিকাৰ শ্ৰীউমাকান্ত শৰ্ম্মাই কয় যে জনসাধাৰণৰ জীৱনৰ আশা উতলা আকাংক্ষাক ৰূপ দিয়াত সাহিত্যিকসকল যত্নৱান হ'ব লাগিব। বৰ্ত্তমান শিক্ষাধিকাৰ ডঃ কালীনাথ শৰ্ম্মাই আলোচনাত অংশ গ্ৰহণ কৰি কয় যে আমি অসমীয়া জাতিটো বৰ্ত্তমান সন্ধিক্ষণত আছোঁ

এই কাৰণেই যে আমাৰ ভাষাৰ ওপৰত কিছুমান আক্ৰমণ চলি আছে। আমাৰ সাহিত্য উন্নত কৰিব পাৰিলেহে আমি এই আক্ৰমণ প্ৰতিহত কৰিব পাৰিম। অধ্যক্ষ আব্দুল জেলিলে কয় যে শান্তি আৰু সংহতি ৰক্ষা সাহিত্যৰ অন্যতম লক্ষ্য। সাহিত্যিকে মৌলিক চিন্তাৰে সামাজিক স্বাধীনতাবোধৰ ওপৰত গুৰুত্ব আৰোপ কৰা উচিত আৰু সেইবাবে অশ্লীল ৰচনা পৰিত্যাগ কৰা সাহিত্যিকৰ কৰ্ত্তব্য। সৌন্দৰ্য্যবোধৰ দীপ্তিৰে সাহিত্য মহীয়ান কৰিব লাগে আৰু বিশ্বৰ জীৱনৰ লগত সম্পৰ্ক ৰাখিব লাগে। অধ্যাপক শ্ৰীশশী শৰ্ম্মাই কয় যে আমাৰ দেশত শতকৰা ৭০ ভাগ লোক নিৰক্ষৰ—এই সকলক বুৰ্জোৱা শ্ৰেণীয়ে, সুবিধাবাদীয়ে বৰ্ব্বৰতাৰ ফালে ঠেলি দিছে। বিপ্লৱৰ মাজেদি মানৱীয় মৰ্য্যাদা লাভত জনসাধাৰণক সহায় কৰিব পাৰিলেহে সাহিত্যিকসকলে প্ৰকৃত দায়িত্ব গ্ৰহণ কৰা হ'ব। হেকিম এ আহমদ আৰু অধ্যাপক শ্ৰীদিলীপ চৌধুৰীয়ে আলোচনাত অংশ গ্ৰহণ কৰি সমাজৰ লগত সাহিত্যৰ অঙ্গাঙ্গী সম্বন্ধৰ কথা ব্যক্ত কৰে। সভাত ডাঃ সত্যনাথ কাকতিয়ে শ্বহীদ অনিল বৰাৰ স্মৃতিত এটি কবিতা পাঠ কৰে।

## বুৰঞ্জী সন্মিলন

১২ ফেব্ৰুৱাৰী সোমবাৰে পুৱা ৮ বজাৰ পৰা ১১ বজালৈ বহা বুৰঞ্জী সন্মিলনত সভাপতিত্ব কৰে বুৰঞ্জীবিদ শ্ৰীমুৰাৰিচৰণ দাসে শিক্ষামন্ত্ৰী শ্ৰীহৰেন্দ্ৰ নাথ তালুকদাৰে সন্মিলন উদ্বোধন কৰি দিয়া ভাষণত কয়—"সাহিত্যৰ লগত বুৰঞ্জী ওতঃপ্ৰোতভাৱে জড়িত। বুৰঞ্জী হৈছে ভাষা জননীৰ ভূষণস্বৰূপ। জাতিৰ জাতীয় জীৱনৰ প্ৰকৃত মানদণ্ড নিৰূপণ কৰিবলৈ বুৰঞ্জী চৰ্চ্চা নিতান্ত প্ৰয়োজন। অকল কাব্য, উপন্যাস, গল্প, প্ৰবন্ধ আদিৰে সাহিত্যৰ কলেৱৰ বৃদ্ধি কৰিব নোৱাৰি। ইয়াৰ লগতে ইতিহাস, বিজ্ঞান, দৰ্শন, ৰাজনীতি, সমাজনীতি, কলা, শিল্প প্ৰভৃতি ভিন্ ভিন্ দিশত আমি সমৃদ্ধিশালী হোৱা নিতান্ত প্ৰয়োজন।



সভাত বক্তৃতা দি প্ৰসিদ্ধ বুৰঞ্জীবিদ্ শ্ৰীবেণুধৰ শৰ্ম্মাই বুৰঞ্জীমূলক তথ্য উদ্‌ঘাটনৰ গুৰুত্বৰ কথা কয়। বক্তৃতা প্ৰসঙ্গত শ্ৰীমুনীন বৰকটকীয়ে কয় যে অসমৰ এখন পূৰ্ণাঙ্গ বৈজ্ঞানিক বুৰঞ্জী অসমীয়া ভাষাত প্ৰণয়ন কৰাৰ প্ৰয়োজন। ডঃ প্ৰমোদ চন্দ্ৰ ভট্টা চাৰ্য্যই আলোচনাত অংশ গ্ৰহণ কৰি কয় যে কোনো কোনো লোকে গাৰ বলেৰে ঐতিহাসিক হবলৈ গৈ উদ্দেশ্য প্ৰণোদিত ভাৱে কিতাপ লিখি কছাৰী ভাষাক অসমীয়া ভাষাৰ পৰা বেলেগ কৰাত সহায় কৰিছে। ডঃ ভট্টাচাৰ্য্যই আৰু কয়, যে সংগ্ৰহালয়, বিশ্ববিদ্যালয় আৰু পুৰাতত্ব বিভাগৰ সংগ্ৰহ একেলগে হ'ব লাগে। ডঃ ভট্টাচাৰ্য্যই আৰু কয়, গোৱালপাৰাৰ গোলোকগঞ্জৰ দৈমাৰী শিলালিপি আৰু মানকাছাৰৰ মৃন্ময় লিপি হেৰাই যোৱাটো বৰ আক্ষেপৰ কথা হৈছে আৰু তেওঁ নিজে জমা দিয়া মৃন্ময় মূৰ্ত্তিও সংগ্ৰহালয়ত প্ৰদৰ্শনৰ দিহা হ'ব লাগে। চৰকাৰ এই বিষয়ত সজাগ হোৱা উচিত! অসমৰ বুৰঞ্জীত জনজাতিসকলৰ প্ৰকৃত ভূমিকা নিৰ্ণয়ৰ কাৰণে অসমৰ জনজাতীয় বুৰঞ্জী এখন প্ৰণয়ৰ আৱশ্যক। অসমীয়া মানুহৰ ইতিহাস ৰচনা কৰিবলৈ প্ৰকাশন পৰিষদৰ জৰিয়তে যি আঁচনি লৈছে সেয়া অন্ততঃ দহ বছৰ কাল লাগিব; কিয়নো অসমৰ পৰ্ব্বতে-ভৈয়ামে থকা জনগণৰ সঠিক, প্ৰকৃত আৰু বৈজ্ঞানিক বুৰঞ্জী এখন লিখিবলৈ হ'লে অসমৰ সকলো শাখা সাহিত্য সভা আৰু নানা বিষয়ৰ পণ্ডিতৰ সহযোগ লাগিব। সভাত তথ্য-গধুৰ ভাষণ দি বুৰঞ্জীৰ বিভিন্ন দিশ মুকলিকৈ আলোচনা কৰে শ্ৰীশিৱানন্দ শৰ্মা, শ্ৰীঅম্বিকা চৰণ চৰকাৰ আৰু শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসে।

## প্ৰথম দিনৰ মুকলি অধিবেশন

অসম সাহিত্য সভাৰ চত্বাৰিংশ অধিবেশনৰ সভাপতি শ্ৰীগিৰিধৰ শৰ্মাক আগত লৈ ১১ ফেব্ৰুৱাৰী দেওবাৰে তুপৰীয়া এটি বিৰাট শোভাযাত্ৰাই ৰঙিয়া নগৰ পৰিভ্ৰমণ কৰে। কাষত কলহ

লৈ সমদলৰ আগে আগে যোৱা কিশোৰীৰ দলটোৱে সমদলৰ শোভা আৰু গাম্ভীৰ্য্য বৃদ্ধি কৰে। দুপৰীয়া এক বজাত মূল অধিবেশন হৰদত্ত-বীৰদত্ত নগৰৰ মূল সভামণ্ডপৰ তলত অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্মাৰ সভাপতিত্বত আৰম্ভ হয়। সভা উদ্বোধন কৰি অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহই অসমৰ সাহিত্য-সংস্কৃতিলৈ অসম সাহিত্য সভাই আগবঢ়োৱা অৱদানৰ কথা সোঁৱৰে আৰু অসমীয়া ভাষাৰ মৰ্য্যদা ৰক্ষাৰ ক্ষেত্ৰত এই সভাই আগবঢ়াই অহা সাহসী প্ৰচেষ্টাৰ কথাত গুৰুত্ব দিয়ে। শোক প্ৰস্তাৱ গ্ৰহণ কৰাৰ পিচত প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে অসম তথা ভাৰতৰ বিশিষ্ট লোকসকলৰ শুভেচ্ছা বাণীসমূহ পাঠ কৰে। তাৰ পিচতে শ্ৰীগোস্বামীয়ে সম্পাদকীয় প্ৰতিবেদন পাঠ কৰে। উক্ত প্ৰতিবেদনত কোৱা হয়—উচ্চ শিক্ষাৰ মাধ্যম আন্দোলনত সদৌ অসম ছাত্ৰ সন্থাই যি অদম্য সাহস আৰু ধৈৰ্য্য দেখুৱালে সি অত্যন্ত প্ৰশংসনীয়। শ্ৰীগোস্বামীয়ে মাধ্যম আন্দোলনত শ্বহীদ হোৱা ছাত্ৰনেতাসকল—মোজন্মিল হক, অনিল বৰা, প্ৰমোদ বৰা, বলেন ৰাজখোৱা আৰু সাহিত্য সভাৰ নিষ্ঠাৱান কৰ্মী নৰেন্দ্ৰনাথ মহন্তলৈ শ্ৰদ্ধা তৰ্পণ কৰে। প্ৰধান সম্পাদকে কয় যে যোৱা বছৰটোত এইখন কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে মাত্ৰ দহমাহহে সময় পাইছে (ধুবুৰী অধিবেশন এপ্ৰিল মাহত বহিছিল) আৰু উচ্চ শিক্ষাৰ মাধ্যম আন্দোলনত নিয়মীয়া কাৰ্য্য পৰিচালনাত যথেষ্ট বাধা পৰে যদিও এই দহমহীয়া বছৰটোত ৪৪ খন নতুন শাখা গঠন হোৱা কাৰ্য্যই অসম সাহিত্য সভাৰ ক্ৰমবৰ্দ্ধমান জনপ্ৰিয়তাৰ কথাই সূচনা কৰে। বছৰটোৰ ভিতৰত দুজন কৃতবিদ্য প্ৰাক্তন সভাপতি বেণুধৰ ৰাজখোৱা আৰু কনকলাল বৰুৱাৰ শতবাৰ্ষিকী উৎসৱ পালন কৰাৰ উপৰিও সুবিস্তৃত অসমীয়া গ্ৰন্থপঞ্জী আৰু অসম সাহিত্য সভাৰ চৈধ্যজন প্ৰাক্তন সভাপতিৰ ভাষণাৱলী ইতিমধ্যে ছপাশালাত দিয়া হৈছে। গুৱাহাটীৰ কনকলাল বৰুৱা শতবাৰ্ষিকী উছৱ সমিতিয়ে কনকলাল



বৰুৱাৰ ইংৰাজী আৰু অসমীয়া প্ৰবন্ধসমূহ গোটাই দুখনি গ্ৰন্থ প্ৰকাশ কৰি এটি উল্লেখযোগ্য কাম কৰিছে। সভাৰ মঞ্চত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকল (সৰ্ব্বশ্ৰী) বাগ্মীবৰ নীলমণি ফুকন, শ্ৰীমতী নলিনীবালা দেৱী, ত্ৰৈলোক্যনাথ গোস্বামী, অতুল চন্দ্ৰ হাজৰিকা, বিনন্দ চন্দ্ৰ বৰুৱা, হেম বৰুৱা, শাখা সন্মিলনৰ প্ৰাক্তন সভাপতিসকল—(সৰ্ব্বশ্ৰী) খনীন্দ্ৰচন্দ্ৰ বৰুৱা, ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, ডঃ মহেশ্বৰ নেওগ আদি আৰু বঙিয়া অধিবেশনৰ বিভিন্ন শাখা সন্মিলনৰ সভাপতিসকল উপস্থিত থাকি সভাৰ গাম্ভীৰ্য্য বৃদ্ধি কৰিছিল। প্ৰাক্তন সভাপতি অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই 'বঙিয়া' নামে স্বৰচিত কবিতা এটি পাঠ কৰি সমজুৱাসকলক অনুপ্ৰাণিত কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি, প্ৰধান শিক্ষাবিদ শ্ৰীপ্ৰাণেশ্বৰ শৰ্ম্মাই পাঠ কৰা অভিভাষণত বঙিয়াৰ ঐতিহ্যৰ কথা আৰু অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ মৰ্য্যাদা ৰক্ষাত অসম সাহিত্য সভাৰ ভূমিকাৰ কথা ব্যক্ত কৰে।

সভাপতি শ্ৰীগিৰিধৰ শৰ্ম্মাই পাঠ কৰা প্ৰায় দহ হাজাৰ শব্দৰ ওজস্বী ভাষণত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন সমস্যাসমূহৰ ওপৰত আলোকপাত কৰে আৰু অসম সাহিত্য সভা তথা অসমবাসী ৰাইজৰ কৰ্ত্তব্য আৰু দায়িত্বৰ কথা সোঁৱৰাই দিয়ে। সভাপতিয়ে সভাৰ ভৱিষ্যৎ কাৰ্য্যপন্থা সম্পৰ্কে এখনি বাৰদফীয়া আঁচনিও দাঙি ধৰে। বিৰাট জনতাই বিস্ময়-বিমুগ্ধভাৱে এই ভাষণ শুনাৰ পিচতে প্ৰথম দিনৰ মুকলি অধিবেশনৰ সামৰণি পৰে।

## দ্বিতীয় দিনাৰ মুকলি অধিবেশন

১২।২।৭৩ তাৰিখে দ্বিতীয় দিনৰ মুকলি অধিবেশন অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্মাৰ সভাপতিত্বত বহে। এই সভাত প্ৰাক্তন সভাপতি বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে অসমীয়া জাতিৰ সংহতিৰ বাবে আহ্বান জনাই কয় যে অসমত বাস কৰা সকলো অনা-অসমীয়া লোকেই অসমীয়া ভাষা শিকিব লাগে—অসমত বাস কৰি অসমীয়া ভাষা

নজনাটো অন্যায় আৰু বিদ্বেষমূলক কথা। কাছাৰৰ থলুৱা বাইজে অসমীয়া ভাষাৰ বাবে কৰা আন্দোলনক শ্ৰীফুকনে পূৰ্ণ সমৰ্থন জনায় আৰু অসমীয়া ভাষাৰ বিৰুদ্ধে বহিৰাগত ষড়যন্ত্ৰকাৰীসকলে কৰা অপচেষ্টাক তীব্ৰ নিন্দা কৰে। ৯৩ বছৰীয়া বৃদ্ধ সাহিত্যিক-জনাৰ ওজস্বী আৰু প্ৰাণস্পৰ্শী বক্তৃতাই শ্ৰোতাসকলক মুগ্ধ কৰা দেখা গৈছিল। শ্ৰীফুকনৰ বাহিৰেও সভাত প্ৰাক্তন সভাপতি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা, অধ্যাপক ৰায়হান শ্বাহ আদিয়ে বক্তৃতা দিয়ে। কাছাৰৰ প্ৰতিনিধিসকলৰ পৰা মহম্মদ চাহাবুদ্দিন, শ্ৰীবীৰেন্দ্ৰ সিং, আব্দুল কাহেৰ লস্কৰ, শ্ৰীৰায়মণি ৰাজবংশী, মইমুদ্দিন ভূঞা, শ্ৰীকুমাৰ মেধি, শ্ৰীবিপিন ৰাজবংশী, হুশিয়াৰৰ সম্পাদক মুছলিমুদ্দিন বৰলস্কৰ আদিয়ে বক্তৃতাত কয় যে কাছাৰৰ থলুৱা লোকসকল অসমৰ মুখ্যমন্ত্ৰীৰ ১১ নবেম্বৰৰ ঘোষণাত অতিশয় সুখী হৈছে আৰু অসমৰ দুয়োটা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হোৱাটো তেওঁলোকে সৰ্ব্বান্তঃকৰণে সমৰ্থন কৰে।

সভাত শিক্ষামন্ত্ৰী শ্ৰীহৰেন্দ্ৰ নাথ তালুকদাৰে বিশিষ্ট অতিথি হিচাবে ভাষণ দিয়ে। অন্যান্য বক্তাসকলৰ ভিতৰত আছিল— শ্ৰীকামাখ্যা প্ৰসাদ গঙ্গোপাধ্যায়, শ্ৰীনাৰায়ণ ঘাটোৱাৰ, শ্ৰীলালন কুমাৰ সিং, শ্ৰীমেবা সিং, শ্ৰীপৰেশ চৌধুৰী আদি। সভাত এই বছৰৰ সাহিত্য একাডেমীৰ বঁটা লাভকৰোতা—'অঘৰী আত্মাৰ কাহিনী'ৰ লিখক বিখ্যাত কথা-সাহিত্যিক চৈয়দ আব্দুল মালিকক ওলগ জনাই প্ৰধান সম্পাদক শ্ৰীগোস্বামীয়ে একোষাৰ কয়। প্ৰত্যুত্তৰ শ্ৰীমালিকে এটি মনোগ্ৰাহী বক্তৃতা দিয়ে। সভাত শ্ৰীফাইজনুৰ আলিক তেওঁৰ 'জীৱজগতৰ সাধু' নামৰ শিশু-গ্ৰন্থৰ বাবে প্ৰেমধৰ দত্ত বঁটা প্ৰদান কৰা হয়। ইতিমধ্যে বিষয় বাছনী সভাত গৃহীত প্ৰস্তাৱকেইটি সভাপতিৰ অনুমতিক্ৰমে সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ শৰ্মাই পাঠ কৰে আৰু সৰ্বসন্মতিক্ৰমে গৃহীত হয়।



অহাবাৰলৈ অসম সাহিত্য সভাৰ একচত্বাৰিংশ অধিবেশন মঙ্গলদৈলৈ প্ৰতিনিধি শ্ৰীমুক্তিনাথ গোস্বামীয়ে নিমন্ত্ৰণ জনায় আৰু সভাই সৰ্ব্বসন্মতিক্ৰমে নিমন্ত্ৰণ গ্ৰহণ কৰে। প্ৰতিনিধিসকলৰ হৈ ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই আৰু অভ্যৰ্থনা সমিতিৰ হৈ সভাপতি শ্ৰীপ্ৰাণেশ্বৰ শৰ্মা আৰু উপসভাপতি শ্ৰীদুৰ্গা দত্ত আগৰৱালাই শলাগৰ শৰাই আগবঢ়ায়।

## সাংস্কৃতিক সন্মিলন

অধিবেশনৰ তিনিও দিন সন্ধিয়া সাংস্কৃতিক সন্মিলনে দুই লক্ষ জনতাৰ মানসিক তৃপ্তি সাধন কৰিছিল। ২৭ মাঘ, শনিবাৰে ৰাতি ৮ বজাৰ পৰা জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'কপালীম' নাটকখনি স্থানীয় শিল্পীসকলে সফলতাৰে অভিনয় কৰে। তাৰ পাছত নাগৰা নাম অনুষ্ঠিত হয়।

২৮ মাঘ দেওবাৰে সন্ধিয়া ৭ বজাত সাংস্কৃতিক সমাবোহ উদ্বোধন কৰি শোণিত কোঁৱৰ শ্ৰীগজেন বৰুৱাই অসমীয়া সংস্কৃতিৰ অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ ওপৰত আলোকপাত কৰি এটি তত্বগধুৰ ভাষণ দিয়ে।

২৯ মাঘ, সোমবাৰে সন্ধিয়া ৭ বজাত সাংস্কৃতিক সমাবোহ উদ্বোধন কৰে বিখ্যাত সঙ্গীতজ্ঞ শ্ৰীৰুদ্ৰ বৰুৱাই। এই দুইদিনৰ সাংস্কৃতিক সন্মিলনৰ অসমৰ বিভিন্ন ঠাইৰ পৰা অহা সাংস্কৃতিক দলসমূহে যোগদান কৰি সন্মিলনৰ সৌষ্ঠৱ বৃদ্ধি কৰে।

## বিষয় বাছনী সভা

উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ বুৰঞ্জীত বড়িয়াৰ অধিবেশনতে প্ৰতিনিধি আৰু দৰ্শক প্ৰতিনিধিৰ সংখ্যা সৰ্বাধিক হৈছিল। দৰ্শক প্ৰতিনিধি আদি সংখ্যা বাদ দি অকল প্ৰতিনিধিৰ সংখ্যাই আঠশজন। কাছাৰ জিলাৰ পৰা এইবাৰেই সৰ্বাধিক প্ৰতিনিধি (৪০ জন) আহিছিল। প্ৰতিনিধি সভা ১০ ফেব্ৰুৱাৰী শনিবাৰে দিনৰ দুইবজাৰ পৰা মাজত অলপ বিৰতিৰে

সৈতে ৰাতি ১১ বজালৈ আৰু ১১ ফেব্ৰুৱাৰী দেওবাৰে ৰাতি ৮ বজাৰ পৰা ১২-৩০ বজালৈ বহিছিল। নৱনিৰ্বাচিত সভাপতি শ্ৰীগিৰিধৰ শৰ্ম্মাৰ সভাপতিত্বত হৰদত্ত-বীৰদত্ত ভৱনত বহিছিল আৰু গোটেই ভৱনটো প্ৰতিনিধিসকলেৰে ঠাহখাই পৰিছিল। প্ৰতিনিধিৰ সংখ্যা বেছি হোৱা বাবে এইবাৰ ভোট গ্ৰহণ আৰু গণনাত বহুত সময় লৈছিল।

## ৰঙিয়া আলোচনী সভাৰ ভৱন উদ্‌ঘাটন

২৮ মাঘ দেওবাৰে ৰঙিয়া সাহিত্য সভাৰ এটি সুনিৰ্ম্মিত স্থায়ী ভৱন উন্মোচন কৰে বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে। ৯৩ বছৰীয়া বয়োবৃদ্ধ সাহিত্যিক গৰাকীৰ প্ৰাণ-মন উথলোৱা সবল প্ৰাণৰ কথাকেইটিয়ে শ্ৰোতাসকলক মুগ্ধ কৰে। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, বিশিষ্ট ৰাজনীতিজ্ঞ শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে উক্ত ভৱন উন্মোচন সভাত বিশিষ্ট অতিথি হিচাবে এটি ভাষণ দিয়ে।

## বৈশিষ্ট্য

ৰঙিয়া অধিবেশনৰ মূল সভামণ্ডপৰ সন্মুখৰ তোৰণখনি শিৱসাগৰৰ ৰংঘৰৰ আৰ্হিত কৰা হৈছিল। মূল মণ্ডপস্থানৰ নাম দিয়া হৈছিল হৰদত্ত-বীৰদত্ত নগৰ। মূল তোৰণৰ ওচৰতে নিৰ্ম্মিত শ্বহীদ স্তম্ভটি আছিল অধিবেশনৰ সৰ্বশ্ৰেষ্ঠ আকৰ্ষণ। পাঁচ হেজাৰ টকাৰ ব্যয়ত এই স্তম্ভ নিৰ্ম্মাণ কৰোৱায় ৰঙিয়া আঞ্চলিক পঞ্চায়ত আৰু সহযোগীসকলে। স্তম্ভৰ পৰিকল্পনা কৰিছিল উদীয়মান শিল্পী শ্ৰীঅমূল্য বৰুৱাই আৰু নিৰ্ম্মাণ কৰিছিল শ্ৰীঅমূল্য বৰুৱা, শ্ৰীঅনীলকুমাৰ চৌধুৰী আৰু শ্ৰীনৰ কুমাৰ চৌধুৰীয়ে। তৈলচিত্ৰ অঙ্কণ কৰিছিল শ্ৰীঅমূল্য বৰুৱাই। শিক্ষাৰ মাধ্যম আন্দোলনৰ শ্বহীদসকলৰ তৈলচিত্ৰৰ তলত সুন্দৰ স্পষ্ট আখৰেৰে লিখা হৈছিল :

১। মোজাম্মিল হক—

আই অ' কিহেৰে পূজিম তোক<br>
আই অ' জীৱন দি পূজিম তোক।

২। অনিল বৰা—

লুইতৰ পাৰৰে আমি ডেকা লৰা<br>
মৰিবলৈ ভয় নাই।

৩। প্ৰমোদ বৰা—

মৰে অসম জীয়ে কোন!<br>
জীয়ে অসম মৰে কোন!

৪। বলেন ৰাজখোৱা—

আমি আগে বাঢ়ি<br>
ডিঙি পাতি পাতি<br>
তেজেৰে বলিশাল যামে বোলাই।

৫। নৱেন্দ্ৰনাথ মহন্ত—

চিৰ চেনেহী মোৰ ভাষা জননী।

স্মৃতিফলকখনিত লিখা আছিল :

"কলিজাৰ কেঁচা তেজ ঢালি<br>
ভাষা জননীৰ ধুৱালোঁ চৰণ<br>
সাৰ্থক হওক জাতিৰ আশা<br>
সাৰ্থক হওক আমাৰ মৰণ॥"

এই স্মৃতিস্তম্ভৰ উপৰিও নগৰখনিৰ বিভিন্ন চৌপথত ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালা প্ৰমুখ্যে কেবাগৰাকীও অসমীয়া কলা সাধকৰ নামত তোৰণ নিৰ্ম্মাণ কৰা হৈছিল।

—:০:—

# প্ৰধান সম্পাদকৰ প্ৰতিবেদন

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

সভাপতি ডাঙৰীয়া আৰু প্ৰতিনিধিসকল,

যি ঠাইৰ উত্তৰে থকা বৈদ্যৰ গড় বা আৰিমত্তৰ গড়ে প্ৰাচীনত্বৰ প্ৰমাণ কৰে আৰু যি ঠাই অতীজৰে পৰা ৰজাসকলৰ ৰণভূমি আৰু বিবাদমানসকলৰ 'দন্দৰ কঠীয়াতলী' হৈ আহিছে সেই বৰ্ডিয়া চহৰত আমি সমবেত হৈছোঁহি।

আমি ১৯৭২ চনৰ এপ্ৰিল মাহত ধুবুৰীত সন্মিলিত হোৱাৰ আজি প্ৰায় দহমাহ হ'ল। এইখিনি সময়ৰ ভিতৰত আমি যে বিশেষ একো কৰিব পৰা নাই, তাক পোনতে মানি লৈছোঁ।

আজিৰ এই পৱিত্ৰ মুহূৰ্ত্তত মনত পৰিছে, শিক্ষাৰ মাধ্যম সংক্ৰান্ত আন্দোলনত আত্মোৎসৰ্গ কৰা শ্বহীদ মোজাম্মিল হ'ক, শ্বহীদ অনিল বৰা, শ্বহীদ প্ৰমোদ বৰা, শ্বহীদ বলিন ৰাজখোৱা আৰু শ্বহীদ নবেন মহন্তলৈ; যিসকলৰ কৰুণ স্মৃতিত শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলোঁ।

আমাৰ মনত পৰিছে ভাৰতৰত্ন, ভাৰতৰ শেষ গৱৰ্ণৰ-জেনেৰেল, ৰাজনীতিজ্ঞ, শ্ৰেষ্ঠ মনীষী আৰু বিখ্যাত লেখক চি, ৰাজা-গোপালাচাৰীৰ কথা।

আমাৰ আৰু মনত পৰিছে প্ৰবীণ সাহিত্যিক আৰু ভাষা-তত্ত্ববিদ দেৱানন্দ ভৰালীৰ কথা, বোলছবি প্ৰযোজক আৰু অভি-



নেতা ব্ৰজেন বৰুৱাৰ কথা, সাহিত্যিক এম, মোছলেহউদ্দিন আহ-মদৰ কথা, সমাজকৰ্ম্মী নবেন শৰ্ম্মাৰ কথা, আজীৱন সভ্য আৰু বিশিষ্ট পুস্তক ব্যৱসায়ী বিচিত্ৰনাৰায়ণ দত্ত বৰুৱাৰ কথা, বিশিষ্ট সমাজকৰ্ম্মী লীলাধৰ বৰুৱা, সাহিত্যিক হৰেন্দ্ৰনাথ কলিতা আৰু সমাজসেৱী মেৰাজ হুচেইনৰ কথা, সমাজসেৱী সুৰেন ডেকা আৰু বিশ্বভাৰতীৰ কথা, ধৰ্ম্মাচাৰ্য্য আৰু সমাজকৰ্ম্মী হলধৰ বৰা কাকতী, শিল্পী নবেন ওজা আৰু আজীৱন সভ্য চৈয়দ ইক্ৰাম হুচেইনৰ কথা। এখেতসকলৰ আত্মাই শান্তি লাভ কৰক — এয়ে আমাৰ কামনা।

## উনচত্বাৰিংশ সন্মিলনৰ প্ৰস্তাৱ

অসমৰ শাসকীয় ভাষাস্বৰূপে অসমীয়া ভাষা প্ৰযোজ্য অঞ্চলত অসমৰ বিশ্ববিদ্যালয়সমূহৰ অন্তৰ্গত কলেজসমূহত শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়া হ'ব লাগে বুলি ধুবুৰী সন্মিলনে দাবী কৰিছিল। মহাবিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সন্দৰ্ভত ১৯৭২ চনত দেশজুৰি যি অশান্তিৰ সৃষ্টি হৈছিল সেই কথা পিচত উল্লেখ কৰা হ'ব।

অসমৰ থলুৱা লোকৰ নিবনুৱা সমস্যা সমাধানাৰ্থে কেন্দ্ৰীয় চৰকাৰৰ অধীনত থকা অসমৰ অন্তৰ্গত সকলো বিভাগত যাইকৈ ডাক-তাঁৰ বিভাগ, তেল, সাৰ, গেচ কোম্পানী বিভাগত থলুৱা লোকৰ শতকৰা আশীভাগ খালী পদত মকৰল কৰিবলৈ সন্মিলনে দাবী কৰে। এই প্ৰস্তাৱ সংশ্লিষ্ট কৰ্ত্তৃপক্ষলৈ প্ৰেৰণ কৰা হয়। এই প্ৰসঙ্গত যোৱা ১৭/৬/৭২ তাৰিখে অসম সাহিত্য সভাৰ সঁজাতী দল এটিয়ে মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহক লগ ধৰি কেন্দ্ৰীয় চাকৰিত থলুৱা লোকৰ নিয়োগৰ ৰক্ষণাবেক্ষণ সম্পৰ্কে আলোচনা কৰে।

## সাহিত্যিক পেন্সন

অসম চৰকাৰে ১৯৬৯ চনত যিকেইজন সাহিত্যিকক সাহিত্যিক পেন্সন দিয়া বুলি ঘোষণা কৰিও পেন্সন দিয়া নাই সেইসকল

লোকক সাহিত্যিক পেন্সন দিবব কাৰণে চৰকাৰক অনুৰোধ কৰি যিটো প্ৰস্তাব গৃহীত হৈছিল সেই প্ৰস্তাৱটো অসম চৰকাৰলৈ প্ৰেৰণ কৰা হয়। অসম সাহিত্য সভাৰ সঁজাতী দলে ১৭/৬/৭২ তাৰিখে মুখ্যমন্ত্ৰীক লগ ধৰি এই বিষয়ে বিহিত ব্যৱস্থা লবৰ কাৰণে অনুৰোধ কৰে। পুনৰ ৯/১/৭৩ তাৰিখে আন এটি সঁজাতী দলে মুখ্যমন্ত্ৰী শ্ৰীসিংহক লগ ধৰোতে মুখ্যমন্ত্ৰীয়ে কয় যে ২৬ জানুৱাৰীৰ ভিতৰতে সাহিত্যিক পেন্সন দিয়া সম্পৰ্কে এটি ঘোষণা কৰা হ'ব। সুখৰ কথা যে চৰকাৰে সাহিত্যিক পেন্সন মাহে চাৰিশ টকালৈ বৃদ্ধি কৰিছে আৰু বাৰজন সাহিত্যিকক সাহিত্যিক বঁটা দিছো বুলি ঘোষণা কৰিছে ; কিন্তু চৰকাৰে ১৯৬৯ চনত যি পাঁচগৰাকী লোকক সাহিত্যিক বঁটা দিব বুলি স্থিৰ কৰিছিল তাৰ ভিতৰৰ তিনিজন লোকৰ নাম ( শ্ৰীকমলেশ্বৰ চলিহা, শ্ৰীকালিদাস খাটনিয়াৰ আৰু শ্ৰীকুমুদ চন্দ্ৰ বৰুৱা ) বাদ পৰাত আমি আচৰিত হৈছোঁ আৰু এই তিনিজন লোককো সাহিত্যিক পেন্সন দিবৰ কাৰণে অসম চৰকাৰক অনুৰোধ কৰা হৈছে।

## শিক্ষান্ত পৰীক্ষাৰ প্ৰশ্নকাকত

উচ্চ ইংৰাজী আৰু উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষাৰ প্ৰশ্নকাকতসমূহ অনতিপলমে ইংৰাজী আৰু অসমীয়া এই দুই ভাষাত যুগুত কৰিব লাগে বুলি সন্মিলনত গৃহীত প্ৰস্তাৱৰ নকল সংশ্লিষ্ট কৰ্তৃপক্ষলৈ প্ৰেৰণ কৰা হয়। মাধ্যমিক শিক্ষাবোৰ্ডৰ তদানীন্তন সচিবক ব্যক্তিগতভাৱে লগ ধৰি বিষয়টো আলোচনা কৰা হয় ; কিন্তু মাধ্যমিক শিক্ষাবোৰ্ডে এই বিষয়ে কোনো সিদ্ধান্ত লোৱা নাই বুলি জনা গৈছে। অসম মাধ্যমিক শিক্ষাবোৰ্ড আৰু অসম চৰকাৰক স্পষ্টভাৱে জনোৱা হৈছে যে আগন্তুক শিক্ষান্ত পৰীক্ষাৰ প্ৰশ্নকাকতসমূহ ( ইংৰাজী আৰু মাতৃভাষাৰ বাহিৰে ) ইংৰাজীৰ লগতে অসমীয়াত নহলে যদি কিবা বিক্ষোভৰ সৃষ্টি হয় তাৰ বাবে অসম সাহিত্য সভা দায়ী নহব।



## শিক্ষাৰ মাধ্যম আন্দোলন

ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্তৰ্গত কলেজ-সমূহৰ শিক্ষাৰ মাধ্যম অসমীয়া হব লাগে বুলি সন্মিলনত গৃহীত প্ৰস্তাৱৰ প্ৰতিনিধি যথাস্থানলৈ প্ৰেৰণ কৰা হয়। ডিব্ৰুগড় বিশ্ব-বিদ্যালয়ে ১৯৭১ ডিচেম্বৰ মাহতে অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম গ্ৰহণ কৰাৰ সিদ্ধান্ত লৈছে বুলি উক্ত বিশ্ববিদ্যালয়ৰ পঞ্জীয়কে জনায়। শিক্ষাৰ মাধ্যম সম্পৰ্কে গুৱাহাটী বিশ্ববিদ্যালয়ে ৬ জুনত যি সিদ্ধান্ত গ্ৰহণ কৰিলে সেই সিদ্ধান্তই বাইজক সন্তোষ দিব নোৱাৰিলে। ছাত্ৰ শক্তি জাগি উঠিল। সদৌ অসম ছাত্ৰ সন্থাই বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সন্দৰ্ভত যি ভূমিকা গ্ৰহণ কৰিলে সি অভূতপূৰ্ব্ব আৰু চমকপ্ৰদ। সদৌ অসম ছাত্ৰ সন্থাৰ আৰু অসমৰ ৰাইজৰ হেঁচাত গুৱাহাটী বিশ্ববিদ্যালয়ে ১২ জুন তাৰিখে পূৰ্ব্বৰ সিদ্ধান্ত সলনি কৰি প্ৰাক-বিশ্ববিদ্যালয় শ্ৰেণীত অসমীয়াক একমাত্ৰ শিক্ষাৰ মাধ্যম কৰে আৰু লগতে ইংৰাজীকো ১০ বছৰৰ কাৰণে বিকল্প মাধ্যম হিচাবে ৰাখে।

প্ৰকাশ থাকে যে গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰা প্ৰসঙ্গত অসম সাহিত্য সভাৰ এটি সঁজাতী দলে ৫ জুন তাৰিখে উক্ত বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যক আৰু ১৭।৬।৭২ তাৰিখে অসমৰ মুখ্যমন্ত্ৰীক লগ ধৰে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ১২ জুনৰ সিদ্ধান্তৰ বিৰুদ্ধে অধীনস্থ কেইখনমান কলেজে উচ্চতম ন্যায়ালয়ত গোচৰ তৰে। ইতিমধ্যে অসম বিধান সভাই ১৯৭২ চনৰ ২৩ চেপ্তেম্বৰত কাছাৰত বিশ্ব-বিদ্যালয় নিৰ্ম্মাণ কৰাৰ উদ্দেশ্যে যি প্ৰস্তাৱ গ্ৰহণ কৰিলে সেই প্ৰস্তাৱৰ সন্দৰ্ভত দেশজুৰি প্ৰবল জনমত গঢ়ি উঠে। অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহকৰ ২৫ চেপ্তেম্বৰৰ অধিবেশনে বিধান সভাৰ প্ৰস্তাৱ গ্ৰহণযোগ্য নহয় বুলি সুস্পষ্ট মত প্ৰকাশ কৰে আৰু আন এটা প্ৰস্তাৱযোগে ১৯৭৩ চনৰ শিক্ষা বছৰৰ পৰা মাধ্যমিক

স্তৰত অনা-অসমীয়া বিদ্যালয়সমূহত অসমীয়া ভাষা বাধ্যতামূলকভাৱে শিক্ষণীয় বিষয় কৰিবলৈ চৰকাৰৰ ওচৰত দাবী জনায়।

সদৌ অসম ছাত্ৰ সন্থাৰ আহ্বানক্ৰমে বিধান সভাৰ প্ৰস্তাৱৰ বিৰুদ্ধে ২৯ চেপ্তেম্বৰত প্ৰতিবাদ দিৱস আৰু ৫ অক্টোবৰত অসম বন্ধ উদ্‌যাপিত হ'ল। ছাত্ৰ সন্থাই সঙ্ঘবদ্ধভাৱে শিক্ষাৰ মাধ্যম আন্দোলনৰ গুৰি ধৰিলে। ন্যস্ত স্বাৰ্থ আৰু প্ৰতিক্ৰিয়াশীল চক্ৰই ৰাজ্যত অশান্তিৰ সৃষ্টি কৰিলে।

শিক্ষাৰ মাধ্যম আন্দোলনৰ প্ৰথম শ্বহীদ হ'ল মোজাম্মিল হক। তাৰ পিচত ক্ৰমে ছাত্ৰ-নেতা অনিল বৰা, আন্দোলনৰ লগত সক্ৰিয়ভাৱে জড়িত প্ৰমোদ বৰা আৰু বলিন ৰাজখোৱা আৰু শেহত শিক্ষক আৰু কলিয়াবৰ সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক নবেন মহন্তও নিহত হল। অসমৰ ছাত্ৰসকলে শান্তিপূৰ্ণ আৰু অহিংস আন্দোলন চলালে। ২৫ অক্টোবৰত গুৱাহাটীত অনুষ্ঠিত হোৱা সদৌ অসম ৰাজ্যিক অভিবৰ্ত্তনে প্ৰণালীবদ্ধভাৱে আন্দোলন কৰিবৰ কাৰণে কৰ্ম্ম-পৰিষদ গঠনৰ সিদ্ধান্ত কৰিলে। ক্ৰমে ছাত্ৰৰ মাধ্যম আন্দোলনে গণ-আন্দোলনৰ ৰূপ ললে। ইতিমধ্যে আভ্যন্তৰীণ নিৰাপত্তা আইনৰ আশ্ৰয় লৈ অ'ত ত'ত মাধ্যম আন্দোলনৰ কৰ্ম্মীসকলক গ্ৰেপ্তাৰ কৰি পৰিস্থিতি অধিক উত্তপ্ত কৰি তুলিলে। আনহাতে আন্দোলন ব্যৰ্থ কৰিবৰ কাৰণে দুই-এঠাইত উত্তেজক অৱস্থাৰ সৃষ্টি হ'ল। সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহকে ছাত্ৰ সন্থাৰ নেতৃত্বত হোৱা আন্দোলনক অভিনন্দন জনায় আৰু শাখা সভাসমূহক শান্তিপূৰ্ণভাৱে আন্দোলনত যোগ দিবলৈ আহ্বান জনায় আৰু সেই আন্দোলনত শাখা আৰু স্বীকৃত সভাই যোগ দিয়ে আৰু অনেক সভ্যই কাৰাবৰণ কৰে।

অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ যোৱা ১১ নবেম্বৰৰ ঘোষণাই দেশৰ অশান্ত পৰিস্থিতি দূৰ কৰাত সহায় কৰিলে।



## চৰকাৰী পুস্তিকা

মাধ্যম আন্দোলন চলি থকা কালত চৰকাৰে 'অন ইউনিভাৰচিটি মিডিয়াম' শীৰ্ষক যিখন পুস্তিকা প্ৰকাশ কৰিলে সেইখনে বাইজৰ বিস্ময় সৃষ্টি কৰিলে। অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহকেও ২৪।১০।৭২ তাৰিখৰ জৰুৰী অধিবেশনত চৰকাৰৰ পুস্তিকা সন্দৰ্ভত সভাৰ প্ৰস্তাৱৰ প্ৰকৃত উদ্দেশ্য আৰু এই বিষয়ে সভাৰ কাৰ্য্যাৱলীৰ কথা ৰাইজক অৱগত কৰিবৰ কাৰণে এখন পুস্তিকা যুগুত কৰাৰ সিদ্ধান্ত কৰে। সেই মৰ্ম্মে "বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সম্পৰ্কে অসম সাহিত্য সভাৰ অভিমত" শীৰ্ষক পুস্তিকা প্ৰকাশ কৰি বিতৰণ কৰা হয়।

## অনা-অসমীয়া বিদ্যালয়ত অসমীয়া শিক্ষা

অসমৰ সকলো অনা-অসমীয়া মাধ্যমিক বিদ্যালয়ত ১৯৭৩ চনৰ পৰা অসমীয়া ভাষা বাধ্যতামূলকভাৱে শিকাৰ লাগে বুলি কাৰ্য্য-নিৰ্ব্বাহকৰ তৃতীয় অধিবেশনে (২৫।৯।৭২) দাবী কৰে। ৰাজ্যৰ সকলো অনা-অসমীয়া মাধ্যমৰ মাধ্যমিক বিদ্যালয়ত অসমীয়া বিষয়টো বাধ্যতামূলকভাৱে শিকোৱা হব বুলি মুখ্যমন্ত্ৰীয়ে যোৱা ১১ নবেম্বৰত ঘোষণা কৰিছে। অনা-অসমীয়া মাধ্যমিক বিদ্যালয়সমূহত অসমীয়া ভাষা শিক্ষা সম্পৰ্কে যোৱা ৫ ডিচেম্বৰত শিক্ষামন্ত্ৰী শ্ৰীহৰেন্দ্ৰ নাথ তালুকদাৰে অসম সাহিত্য, মাধ্যমিক শিক্ষাবোৰ্ড, বেচৰকাৰী হাইস্কুল সন্থা আদিৰ সৈতে আলোচনা চলায়। এই আলোচনাৰ পৰা আশা কৰা হৈছিল যে ৰাজ্যিক চৰকাৰে চলিত বছৰৰ পৰাই অসমীয়া ভাষা অনা-অসমীয়া বিদ্যালয়ত বিষয়ৰূপে প্ৰবৰ্ত্তন কৰিব; কিন্তু মুখ্যমন্ত্ৰীয়ে যোৱা ১৮ জানুৱাৰী তাৰিখে কলিকতাৰ সাংবাদিকৰ আগত যি উক্তি কৰিছে বুলি প্ৰকাশ পাইছে সেই উক্তিয়ে মুখ্য মন্ত্ৰীৰ পূৰ্ব্বৰ ঘোষণাৰ অনুকূলে নহয়। গতিকে চৰকাৰক ১১ নবেম্বৰৰ ঘোষণা অনুসৰি কাম কৰিবৰ কাৰণে প্ৰধান সম্পাদকে অনুৰোধ কৰিছে। অৱশ্যে চৰকাৰৰ পিনৰ পৰা অস্পষ্টভাৱে এটা বিবৃতি দিয়া হৈছে।

## চৰকাৰী প্ৰচাৰ যন্ত্ৰ

শিক্ষাৰ মাধ্যম আন্দোলন সন্দৰ্ভত সংঘটিত হোৱা ঘটনাৱলী সম্পৰ্কে কলিকতা আৰু দিল্লীৰ বাতৰি কাকত কেইখনমানে অপপ্ৰচাৰ কৰে। ন্যস্ত স্বাৰ্থই ৰাজ্যৰ ভিতৰৰ পৰা কলিকতা আৰু দিল্লীলৈ মিছা আৰু অতিৰঞ্জিত বাতৰি পঠিয়াই অসম আৰু অসমীয়া মানুহৰ বিষয়ে ভ্ৰান্ত ধাৰণা জন্মাইছে। অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ দুৰ্ব্বলতাৰ কাৰণে ৰাজ্য চৰকাৰে নিজৰ ফালৰ পৰা সেই সন্দৰ্ভত যথোপযুক্তভাৱে বিজ্ঞপ্তি প্ৰচাৰ কৰিব নোৱাৰিলে। অসমৰ আন্দোলন সম্পৰ্কে লোকসভা আৰু ৰাজ্যসভাত হোৱা বিতৰ্কত কেইবাগৰাকী অসমীয়া আৰু আন সদস্যই প্ৰতিপক্ষৰ যুক্তি খণ্ডন কৰি শিক্ষাৰ মাধ্যম আন্দোলনৰ প্ৰকৃত তথ্যপাতি দাঙি ধৰি ৰাইজৰ ধন্যবাদৰ পাত্ৰ হৈছে। অসম মন্ত্ৰীসভাৰ এজন সদস্যই চৰকাৰৰ ঘোষিত নীতি আৰু সিদ্ধান্তৰ বিৰুদ্ধে গৈ প্ৰতিক্ৰিয়াশীল শক্তিক সহায় কৰা, অপপ্ৰচাৰ কৰা আদি কাৰ্য্যত সমস্ত ৰাজ্য বিতুষ্ট হৈ উঠে। সেই মন্ত্ৰীৰ বিৰুদ্ধে কোনো কাৰ্য্য গ্ৰহণ কৰাৰ ফালে অসম চৰকাৰৰ অক্ষমতাত অসমীয়া ৰাইজ আজিও বিস্মিত।

## কাছাৰৰ কণ্ঠৰোধ

কাছাৰৰ ৰামকৃষ্ণ নগৰত অসমৰ মুখ্যমন্ত্ৰীয়ে ২৮ মে তাৰিখৰ কংগ্ৰেছৰ অভিৱৰ্ত্তনত কি ভাষণ দিছিল সেই বিষয়ে আমি সঠিকভাৱে নেজানো; কিন্তু উক্ত সভাৰ সিদ্ধান্তকে গইনা লৈ কাছাৰ মহাবিদ্যালয়সমূহত বঙলা ভাষাক শিক্ষাৰ মাধ্যম কৰা সম্পৰ্কে কাছাৰৰ এক শ্ৰেণী লোকে আন্দোলন কৰি তাৰ থলুৱা লোকৰ কণ্ঠৰোধ কৰিবৰ কাৰণে চেষ্টা কৰিছে। কাছাৰৰ অসমীয়া ভাষী লোকৰ উপৰি নিগাজীকৈ থকা মণিপুৰী, মুছলমান, চাহশ্ৰমিক আদিয়ে অসম চৰকাৰৰ ১১ নবেম্বৰৰ ঘোষণাক স্বাগত জনাইছে আৰু কাছাৰত অসমীয়া ভাষা শিক্ষাৰ ব্যৱস্থা কৰিবলৈ চৰকাৰক অনুৰোধ কৰিছে। কাছাৰ জিলাৰ নগৰৰ একাংশ মুষ্টিমেয় বঙালী



লোকে আন্দোলন কৰি অচল অৱস্থাৰ সৃষ্টি কৰি থলুৱা লোকৰ দাবী তল পেলাবৰ চেষ্টা কৰিলেও গাৱেঁ গাৱেঁ সভা-সমিতি পাতি থলুৱা লোকে অসমীয়া ভাষা বিচাৰিছে; কিন্তু দুখৰ কথা অসম চৰকাৰে এই আন্দোলনৰ সুবিধা লব পৰা নাই। এই বিষয়ে অসমৰ মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰীক বাৰম্বাৰ জনোৱা সত্বেও কাছাৰত অসমীয়া বিচৰা লোকৰ আশা-আকাঙ্ক্ষা পূৰণৰ কাৰণে চৰকাৰে কোনো ব্যৱস্থা লোৱা নাই। আনকি কাছাৰ জিলাৰ খিলঞ্জীয়া নিৰাপত্তাৰ বিষয়েও চৰকাৰে ব্যৱস্থা লোৱা নাই।

কাছাৰ জিলাত নতুনকৈ কেইবাখনো অসমীয়া প্ৰাথমিক বিদ্যালয় আৰু মজলীয়া স্কুল স্থাপন হৈছে আৰু কিছুমান বিদ্যালয় স্থাপন হোৱাৰ সম্ভাৱনা আছে। যোৱা ৩১ ডিচেম্বৰ পৰ্য্যন্ত কাছাৰত বিশখন প্ৰাথমিক বিদ্যালয়, দুখন মজলীয়া আৰু সোতৰখন অসমীয়া নৈশ বিদ্যালয় স্থাপন হৈছে। এই বিদ্যালয়সমূহ অসম চৰকাৰক লবৰ কাৰণে অনুৰোধ কৰি অহা হৈছে; কিন্তু এই বিষয়ে চৰকাৰে কি ব্যৱস্থা লৈছে তাক জনা নেযায়। কাছাৰত অসমীয়া ভাষাত শিক্ষা লাভ কৰাৰ ক্ষেত্ৰত ৰাইজৰ উৎসাহ আৰু দাবীৰ প্ৰতি সঁহাৰি জনাই অসম চৰকাৰে ব্যৱস্থা লোৱা হলে থলুৱা লোক আজি বিমোৰত নপৰিলহেঁতেন। কাছাৰ জিলাত স্থাপিত অসমীয়া বিদ্যালয়সমূহে চৰকাৰী সাহায্য লাভৰ পৰা বঞ্চিত হোৱা কথাষাৰে প্ৰমাণ কৰে যে আমাৰ চৰকাৰ এই বিষয়ত সম্পূৰ্ণ নিৰ্ব্বিকাৰ। কাছাৰৰ অসমীয়া পঢ়াশালিৰ কাৰণে অসম সাহিত্য সভাই যি পাঠ্য পুথি যোগান ধৰিছে বা আৰ্থিক সাহায্য আগবঢ়াইছে সি অতি সামান্য।

এইখিনিতে দুখেৰে জনাব খোজো যে যোৱা ৫।৬ জানুৱাৰী তাৰিখে কাছাৰ জিলাৰ সোণাৰি হাইস্কুল আৰু সোণাৰি এম, ই, স্কুলত অগ্নি-সংযোগ কৰি অসমীয়া ভাষা বিচৰা লোকৰ উৎসাহ আৰু উদ্যমত চেঁচা পানী ঢালিবৰ কাৰণে

এক শ্ৰেণীৰ লোকে চেষ্টা কৰিছিল। ঘৰ অগ্নিদগ্ধ হ'ল যদিও সেই ঠাইৰ মণিপুৰীসকল নিৰুৎসাহ হোৱা নাই। তেওঁলোকৰ লগতে আমিও অসম চৰকাৰক উক্ত বিদ্যালয়কেইখন নিৰ্ম্মাণাৰ্থে সাহায্য দিবৰ কাৰণে অনুৰোধ কৰিছো। কাছাৰৰ থলুৱা লোকৰ দাবী উপেক্ষা কৰি চৰকাৰে আৰু অপেক্ষা নকৰি অসমীয়া ভাষা শিক্ষাৰ কাৰণে শীঘ্ৰে আৱশ্যকীয় ব্যৱস্থা ল'ব লাগে। মেঘালয়ৰ গাৰোপাহাৰ জিলাৰ অসমীয়া ভাষী ছাত্ৰ-ছাত্ৰীক মাতৃভাষাত শিক্ষা লাভ কৰাৰ আৰু উচ্চখাপত অসমীয়া গঠনৰ সুব্যৱস্থা কৰিবলৈ মেঘালয় চৰকাৰক অনুৰোধ কৰা হৈছে।

## প্ৰস্তাৱিত ইন্দিৰা গান্ধী বিশ্ববিদ্যালয়

যোৱা লোকসভাৰ অধিবেশনত উত্থাপিত ইন্দিৰা গান্ধী বিশ্ববিদ্যালয়ৰ ক্ষেত্ৰাধিকাৰে অসমকো সামৰি লোৱাৰ বাবে উক্ত-বিলৰ আঞ্চলিক ক্ষেত্ৰাধিকাৰৰ পৰা অসমক বাদ দিবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰক অনুৰোধ কৰা হয়। সুখৰ বিষয় যে বিলখনৰ নতুন খচৰাত অসম বাদ পৰিছে।

## অসমীয়া ভাষা দিৱস

অসমীয়া ভাষাক অসমৰ তদানীন্তন আদালত আৰু পঢ়া-শালিৰ পৰা দীৰ্ঘ ৩৬ বছৰ কাল নিৰ্ব্বাসন কৰাৰ পিচত ১৯৭৩ চনত অসমীয়া ভাষা পুনৰ প্ৰচলনৰ শতেক বৰ্ষ পূৰ্ণ হোৱাৰ কাৰণে অসম সাহিত্য সভাই ১৯৭৩ চনৰ ২৭ জানুৱাৰী তাৰিখে নিৰ্দ্দিষ্ট কাৰ্য্য-সূচী অনুসৰি অসমীয়া ভাষা দিৱস পালন কৰিবলৈ স্থিৰ কৰে। অসম সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভাৰ আৰু কাছাৰ জিলাৰ উপৰিও অন্যান্য অনুষ্ঠানেও উলহ-মালহেৰে উক্ত দিৱস পালন কৰে। এই দিৱসত অসম চৰকাৰী ভাষা আইন প্ৰয়োগ সম্পৰ্কে স্থানীয় প্ৰশাসনৰ যোগে মুখ্যমন্ত্ৰীলৈ প্ৰেৰণ কৰা স্মাৰক পত্ৰই নিশ্চয় ভাষা আইন প্ৰয়োগৰ এটা সমীক্ষা দাঙি ধৰিব।



এইখিনিতে উনুকিয়াব পাৰি যে অসমীয়া ভাষা পুনৰ প্ৰচলনৰ এশ বছৰ পূৰ্ণ হোৱাৰ কাৰণে নগাওঁ সাহিত্য সভাৰ উদ্যোগত যোৱা ৩১।১২।৭২ তাৰিখৰ পৰা ২।১।৭৩ তাৰিখলৈকে বিপুল উৎসাহ আৰু উদ্দীপনাৰ মাজত অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠা শতবাৰ্ষিকী উৎসৱ পালন কৰা হয়। বিভিন্ন ঠাইৰ প্ৰতিনিধিৰ উপস্থিতিত নগাৱঁত উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি হয়।

## বেণুধৰ ৰাজখোৱা আৰু কনকলাল বৰুৱা জন্ম-শতবাৰ্ষিকী

অসম সাহিত্য সভাই যোৱা বছৰ ১১ ডিচেম্বৰৰ পৰা ১৬ ডিচেম্বৰলৈ সাহিত্য সভা সপ্তাহ পালন কৰে। এই সপ্তাহৰ ভিতৰতে অসম সাহিত্য সভাৰ দুগৰাকী বিগত সভাপতিৰ জন্ম-শতবাৰ্ষিকী পৰে। অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহকৰ সিদ্ধান্ত অনুযায়ী ১১।১২।৭২ তাৰিখে জোনাকী যুগৰ উজ্জ্বল তাৰকা বেণুধৰ ৰাজখোৱা আৰু ১৬।১২।৭২ তাৰিখে আন এটি উজ্জ্বল তাৰকা কনকলাল বৰুৱাৰ জন্ম-শতবাৰ্ষিকী ৰাজ্যজুৰি উদযাপিত হয়। অসম সাহিত্য সভাৰ সকলো শাখা আৰু স্বীকৃত সভাই জন্ম-শতবাৰ্ষিকী পালনৰ আয়োজন কৰে। বেণুধৰ ৰাজ-খোৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱ ১১ ডিচেম্বৰ তাৰিখে ডিব্ৰুগড়ত কেন্দ্ৰীয়ভাৱে উদ্‌যাপিত হয়। এই উৎসৱৰ দিনা পতাকা উত্তোলন কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি শ্ৰীপৰাগ চলিহাই। সমদলে নগৰ পৰিভ্ৰমণ কৰাৰ পিচত প্ৰাক্তন মন্ত্ৰী শ্ৰীমতী পদ্ম কুমাৰী গোহাঁয়ে বেণুধৰ ৰাজখোৱা পথ উন্মোচন কৰে আৰু তাৰ পিচত ৰাজখোৱাৰ বাসস্থানত এখন প্ৰাৰ্থনা সভা হয়। আবেলি অসম বিধান সভাৰ অধ্যক্ষ শ্ৰীৰমেশ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত এখন ৰাজহুৱা সভা বহে। এই সভা উদ্বোধন কৰে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য শ্ৰীজীতেন্দ্ৰ নাথ দাসে।

কনকলাল বৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ সমিতিয়ে ১৬ ডিচেম্বৰ (১৯৭২ চন) আৰু ৭ জানুৱাৰী (১৯৭৩) তাৰিখে গুৱাহাটীত উদ্‌যাপন কৰে। ১৬ ডিচেম্বৰৰ দিনা কনকলাল বৰুৱাৰ বাসভৱনত বিভিন্ন অনুষ্ঠানে কনকলাল বৰুৱাৰ প্ৰতিকৃতিত মাল্যদান কৰি শ্ৰদ্ধা নিবেদন কৰে। বিয়লি ৪ বজাত শ্ৰীদিবাকৰ গোস্বামীৰ সভাপতিত্বত অসম ৰাজ্যিক সংগ্ৰহালয় প্ৰাঙ্গণত এখন আলোচনা-চক্ৰ বহে। এই আলোচনা-চক্ৰত অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা, মুখ্য অতিথি শ্ৰীপৰাগ চলিহা, শ্ৰীপ্ৰেমধৰ চৌধুৰী, অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্ম্মা আৰু ডঃ হেৰম্বকান্ত বৰপূজাৰীয়ে অংশ গ্ৰহণ কৰে। সন্ধিয়া ভগৱতী প্ৰসাদ বৰুৱা ভৱন, কনকলাল বৰুৱা বাসভৱন, অসম ৰাজ্যিক সংগ্ৰহালয় আৰু কামৰূপ অনুসন্ধান সমিতিৰ ভৱন আলোকিত কৰা হয়।

৭ জানুৱাৰী তাৰিখে আবেলি ৪ বজাত ৰাজ্যিক সংগ্ৰহালয়ত আয়োজন কৰা পুৰণি পুথি আৰু অন্যান্য পুৰাতাত্বিক কীৰ্ত্তিৰ প্ৰদৰ্শনী মুকলি কৰে শ্ৰীপ্ৰেমধৰ চৌধুৰীয়ে। সন্ধিয়া জিলা পুথি ভঁৰালৰ প্ৰেক্ষাগৃহত আয়োজন কৰা মুকলি সভাত সভাপতিত্ব কৰে উৎসৱ সমিতিৰ সভাপতি ডঃ মহেশ্বৰ নেওগে; প্ৰকাশ থাকে যে মুকলি সভাৰ আগমুহূৰ্ত্তত এটি বৰ্ণাঢ্য শোভাযাত্ৰা উলিওৱা হয়। শ্ৰীবেণুধৰ শৰ্ম্মাই সভা উদ্বোধন কৰে আৰু ডঃ দেৱপ্ৰসাদ বৰুৱাই মুখ্য অতিথিৰ ভাষণ দিয়। উৎসৱ সমিতিৰ দ্বাৰা প্ৰকাশিত ডঃ মহেশ্বৰ নেওগ সম্পাদিত 'ষ্টাডিজ ইন্ ডি আৰ্লি হিষ্টৰি অৱ আচাম', অধ্যাপক শ্ৰীনন্দ তালুকদাৰ সম্পাদিত 'কনকলাল বৰুৱা ৰচনাৱলী' নামৰ গ্ৰন্থ দুখনি শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই উন্মোচন কৰে। কনকলাল বৰুৱাৰ সহধৰ্ম্মিণী শ্ৰীমতী প্ৰেমদা বৰুৱানী, পুত্ৰ-পুত্ৰী, জোৱাঁই আৰু নাতিসকলে এই পুথি দুখনৰ কাৰণে বিশ হেজাৰৰ অধিক দান আগবঢ়ায় আৰু পুথি দুখন প্ৰকাশৰ স্বত্ব অসম সাহিত্য সভাক দিয়ে।



## প্ৰকাশন

অসম সাহিত্য সভাই উনচত্বাৰিংশ ধুবুৰী সম্মিলনৰ অভ্যৰ্থনা সমিতিৰ অনুদানেৰে অসম সাহিত্য সভা ধুবুৰী বাৰ্ষিকী প্ৰকাশ কৰিছে। অধ্যাপক শ্ৰীলীলা গগৈ আৰু অধ্যাপক ডঃ কেশৱানন্দ দেৱ গোস্বামীয়ে সম্পাদনা কৰা 'গ্ৰন্থ-পঞ্জী' (১৯৫৬-১৯৭০ চন)ৰ ছপাৰ কাম প্ৰায় শেষ হৈছে। শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত 'অসম সাহিত্য সভাৰ ভাষণাৱলী' (তিনিচুকীয়া অধিবেশনৰ পৰা ধুবুৰী অধিবেশনলৈ) ৪ৰ্থ ভাগ যন্ত্ৰস্থ। শ্ৰীপৰেশ মল্ল বৰুৱা সম্পাদিত অসম সাহিত্য সভা পত্ৰিকাৰ উনত্ৰিংশ বছৰ দ্বিতীয় সংখ্যা আগতে প্ৰকাশ হৈছে আৰু সম্প্ৰতি উনত্ৰিংশ বছৰ তৃতীয় সংখ্যা প্ৰকাশিত হৈছে।

অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহকৰ সিদ্ধান্ত অনুসৰি অধ্যাপক শ্ৰীবীৰেন দত্তই গোৱালপাৰা লোক-গীত সংগ্ৰহৰ কাম হাতত লৈছে আৰু লোক-গীত সংগ্ৰহৰ সুবিধাৰ কাৰণে এটি বাণীবদ্ধ যন্ত্ৰ (টেপ ৰেকডাৰ) ক্ৰয় কৰা হৈছে। নকৈ অসমীয়া শিক্ষা লোকৰ উপযোগী দুখনি পুথি (১) ৰামায়ণৰ কাহিনী আৰু (২) বনুৱাৰ আত্মকথাৰ বাবে পাণ্ডুলিপি আহ্বান কৰি তিনিশ টকাকৈ পুৰস্কাৰ আগবঢ়োৱা হৈছে। বনুৱাৰ আত্মকথা শীৰ্ষক পুথিৰ প্ৰতিযোগিতাৰ তাৰিখ ফেব্ৰুৱাৰী মাহৰ ২৮ তাৰিখলৈকে (১৯৭৩ চন) বঢ়াই দিয়া হৈছে। 'ৰামায়ণৰ কাহিনী' শীৰ্ষক পুথি প্ৰতিযোগিতাৰ ফলাফল এতিয়াও ঘোষণা কৰিব পৰা হোৱা নাই।

অৰুণাচলৰ ছাত্ৰৰ বাবে **হৰিহৰ চৌধুৰী স্মাৰক পুঁজিৰ** ফালৰ পৰা আয়োজন কৰা ৰচনা প্ৰতিযোগিতাৰ বাবে কোনো ৰচনা পোৱা নগল। যোৰহাটৰ শ্ৰীফাইজনুৰ আলিৰ 'জীৱজগতৰ সাধু' ১৯৭১ চনৰ শ্ৰেষ্ঠ শিশু পুথি বিবেচিত হোৱাত তেওঁ ১৯৭২ চনৰ **প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা** পাইছে। **গোপাল গোস্বামী** পুঁজিৰ ফালৰ পৰা আয়োজন কৰা 'সাগৰৰ কথা' শীৰ্ষক শিশু পুথি প্ৰতি-যোগিতাৰ ফলাফল সম্পূৰ্ণ নোহোৱাৰ বাবে ঘোষণা কৰিব পৰা নহল।

## অসমীয়া ভাষা-জ্ঞান পৰীক্ষা

১৯৭২ চনৰ অসমীয়া ভাষা-জ্ঞান পৰীক্ষাৰ পৰীক্ষাৰ্থীৰ সংখ্যা ১৩০৩ আৰু ইয়াৰ ভিতৰত ১১৭৫ জন কাছাৰ জিলাৰ। পৰীক্ষাৰ সময়ত কাছাৰ জিলাত আন্দোলন হোৱাৰ বাবে মাৰ্চ মাহৰ ২৪, ২৫ তাৰিখে এটি ওপৰঞ্চি পৰীক্ষাৰ ব্যৱস্থা কৰা হৈছে। হৈ যোৱা পৰীক্ষাৰ এটি কেন্দ্ৰ সোণাৰি মৈত্ৰই মণিপুৰ হাইস্কুল আৰু মাইনৰ স্কুলত কোনো দুৰ্বৃত্তই অগ্নি-সংযোগ কৰিলেও সেই ঠাইৰ কেন্দ্ৰ অধীক্ষকে মুকলি ঠাইত পূৰ্ব্বৰ নিৰ্দ্দিষ্ট তাৰিখ ৬।৭ জানুৱাৰীত ভাষা-জ্ঞান পৰীক্ষা পাতি স্থানীয় ৰাইজৰ আদমনীয় মনোবল আৰু সঙ্কল্পৰ পৰিচয় দিলে। কাছাৰৰ এচাম ন্যস্ত স্বাৰ্থলোকে অসমীয়া ভাষা প্ৰৱৰ্ত্তনৰ বিৰোধিতা কৰিলেও কাছাৰত অসমীয়া ভাষা-জ্ঞান পৰীক্ষাৰ পৰীক্ষাৰ্থীৰ অপ্ৰত্যাশিত বৃদ্ধিয়ে ৰাইজৰ অসমীয়া ভাষাৰ প্ৰতি আগ্ৰহৰ পৰিচায়ক।

## বিবিধ

অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক লব্ধপ্ৰতিষ্ঠ সাহিত্যিক শ্ৰীআব্দুল মালিকে তেওঁৰ "অঘৰী আত্মাৰ কাহিনী" উপন্যাসৰ বাবে সাহিত্য একাডেমী বঁটা ( ১৯৭২ চন ) লাভ কৰাৰ কাৰণে আমি আনন্দ পাইছো।

যোৱা বছৰৰ নৱেম্বৰ মাহৰ ৯, ১০, ১১ তাৰিখে মহীশুৰৰ 'চেণ্ট্ৰেল ইনষ্টিটিউট অৱ ইণ্ডিয়া লেঙ্গুৱেজেচ"ৰ দ্বাৰা আয়োজিত সদৌ ভাৰতীয় স্বেচ্ছামূলক অনুষ্ঠানৰ সভাত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকে যোগ দিয়ে।

সাহিত্য একাডেমীৰ সাধাৰণ পৰিষদলৈ অসম সাহিত্য সভাৰ ফালৰ পৰা ডঃ মহেশ্বৰ নেওগ সভ্য নিৰ্ব্বাচিত হৈছে।

অসম পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগমলৈ সভাৰ ফালৰ পৰা শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, শ্ৰীপ্ৰসন্নৰাম দাস আৰু শ্ৰীশ্ৰীমান চক্ৰৱৰ্ত্তী সভ্য নিৰ্ব্বাচিত হৈছে।



অসম সাহিত্য সভাৰ কৰ্ম্মচাৰীসকলক ১৯৭৩ চনৰ ১ জানুৱাৰীৰ পৰা ভৱিষ্য-নিধিৰ সুবিধা দিয়া হৈছে।

## শাখা আৰু স্বীকৃত সভা

অসম সাহিত্য সভাৰ বৰ্ত্তমান শাখা আৰু স্বীকৃত সভাৰ মুঠ সংখ্যা ৩১৩ খন। আমাৰ কাৰ্য্যকালৰ ভিতৰত ৮৬ খন নতুন শাখা গঠন হয়। কামৰূপ জিলাৰ সভাৰ সংখ্যা ৯৬ খন। যোৱা বছৰটোত কাছাৰ জিলাত দুখন আৰু মিকিৰ পাহাৰ জিলাত দুখন সভা গঠন হয়। যোৱা বছৰত জিলা ভিত্তিত নগাওঁ জিলা সাহিত্য পৰিষদ, গোৱালপাৰা সাহিত্য পৰিষদ আৰু কাছাৰ জিলা সাহিত্য পৰিষদ গঠন হৈছে।

অসম সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভাসমূহে নিজ নিজ পৰিসৰৰ ভিতৰত সংগঠন আৰু প্ৰচাৰ কাৰ্য্য চলাইছে। ইয়াৰ উপৰি অসম সাহিত্য সভাৰ নিৰ্দ্দেশক্ৰমে অসম সাহিত্য সভা সপ্তাহ, বেণুধৰ ৰাজখোৱা আৰু কনকলাল বৰুৱাৰ জন্ম-শতবাৰ্ষিকী, অসমীয়া ভাষা দিৱস আদি পালন কৰি সভাসমূহক সক্ৰিয় কৰি ৰাখিছে। এই সকলো শাখা আৰু স্বীকৃত সভাৰ কাৰ্য্যাৱলীৰ বৰ্ণনা দিয়া সম্ভৱপৰ নহয়। গতিকে সংক্ষেপে কেইখনমান সভাৰ কাৰ্য্যাৱলীৰ কথা উল্লেখ কৰা হ'ল।

নগাওঁ সাহিত্য সভাই নিজ ভৱন সম্পূৰ্ণ কৰে আৰু এই সভাৰ চৌহদত ছাত্ৰনেতা শ্বহীদ অনিল বৰাৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰা হয়। নগাওঁ সাহিত্য সভাৰ উদ্যোগত তিনিদিনীয়া কাৰ্য্য-সূচীৰে অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠা শতবাৰ্ষিকী পালন কৰাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। নগাওঁ সাহিত্য সভাৰ এই বছৰৰ সভ্য সংখ্যা ৪৪৭ জন। কলিয়াবৰ সাহিত্য সভাৰ মাধ্যম আন্দোলনৰ কথা উক্ত সভাৰ প্ৰাক্তন সম্পাদক শ্বহীদ নবেন মহন্তৰ আত্মোৎ-

সর্গই চিৰসেউজীয়া কৰি ৰাখিব। পুৰণিগুদাম সাহিত্য সভাই প্ৰসিদ্ধ সাহিত্যিক শ্ৰীবেণুধৰ শৰ্ম্মাক সম্বৰ্দ্ধনা জনায়। কুজিদাহ আৰু বহা সাহিত্য সভাৰ সভ্য সংখ্যা আগতকৈ বৃদ্ধি হৈছে। ৰূপহী সাহিত্য সভাই এখন বঙলা প্ৰাথমিক বিদ্যালয় আৰু এখন বঙলা মাধ্যমৰ হাই স্কুল অসমীয়া মাধ্যমলৈ ৰূপান্তৰিত কৰাত তৎপৰ হৈছে। এই সভাই ৩ জন আজীৱন সভ্য কৰে। হোজাই সাহিত্য সভাই স্থায়ী ভৱন নিৰ্ম্মাণৰ বাবে আয়োজন কৰিছে। মনচুন কলা পৰিষদে পত্ৰিকাৰ সভ্য কৰিছে। মিকিৰ পাহাৰ জিলাৰ বৈঠালাংচ সাহিত্য সভাই সভ্য সংখ্যা বৃদ্ধি কৰাৰ উপৰি সভাৰ পুঁজিলৈ ৫৪·০০ টকা দান দিছে। ডিফু সাহিত্য সভাৰ সম্পাদক শ্ৰীদেবেন গগৈৰ উদ্যোগত খেৰণি আৰু দেওপানীত দুখন শাখা সভা স্থাপন হৈছে।

কাছাৰ জিলাত আঞ্চলিক সাহিত্য পৰিষদ স্থাপন হোৱাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। এই পৰিষদে কাছাৰ জিলাত অসমীয়া ভাষা প্ৰচাৰৰ কাৰণে কাম কৰিছে। এই জিলাৰ সভা-সমূহে নানা বিপদ-আপদৰ মাজেদি কাম কৰিব লগা হৈছে। হাইলাকান্দি মহকুমাত ভাষা-জ্ঞান পৰীক্ষাৰ্থীৰ সংখ্যা যথেষ্ট বৃদ্ধি হৈছে। এই মহকুমাত প্ৰায় ৪৭ খন অসমীয়া স্কুল স্থাপন হৈছে। হাইলাকান্দি সাহিত্য সভাৰ উদ্যম প্ৰশংসনীয়। কাছাৰ জিলা সাহিত্য পৰিষদৰ সম্পাদক শ্ৰীনিৰঞ্জন মহন্তই উক্ত জিলাত সংগঠন আৰু প্ৰচাৰ কাৰ্য্য চলাইছে। সাহিত্য সভাৰ প্ৰচাৰ কাৰ্য্যৰ কাৰণে কাছা-ৰত অসমীয়া ভাষা গ্ৰহণৰ এটা অনুকূল পৰিবেশ সৃষ্টি হৈছে। আমাৰ কাৰ্য্য-নিৰ্ব্বাহকৰ সভ্য শ্ৰীকমলেশ্বৰ বৰাই যোৱা বছৰৰ জুন-জুলাই মাহত কাছাৰ ভ্ৰমণ কৰে।

ডিব্ৰুগড় জিলা সাহিত্য পৰিষদে বাৰ্ষিক অধিবেশন পতাৰ ব্যৱস্থা কৰিছে। ডিব্ৰুগড় সাহিত্য সভাই অসম ৰাজ্যভাষা আইন প্ৰচ-লনত বিশেষ জোৰ দিয়ে। চাবুৱা সাহিত্য সভা নতুনকৈ সংগঠন



কৰা হৈছে। ডুমডুমা সাহিত্য সভাই চাহ-শ্ৰমিকসকলৰ সহযোগত এখন আলোচনা-চক্ৰ পাতে। বৰহাপজান, ডুমডুমা, টিপুক, হোলোংহাবি, মাকুম আদি ঠাইত শাখাসমূহে চাহ-বাগিচাৰ মজদুৰসকলৰ মাজত অসমীয়া সাহিত্য আৰু সংস্কৃতি প্ৰচাৰ কৰিছে। নাহৰকটীয়া সাহিত্য সভাই সাধাৰণ সভ্য বৃদ্ধি কৰাৰ উপৰি দুজন লোকক আজীৱন সভ্য কৰিছে। খোৱাং সাহিত্য সভাই কবি শ্ৰীঅম্বেশ্বৰ চেতিয়া ফুকনক সম্বৰ্দ্ধনা জনায়। সভাই নিজা ভৱন নিৰ্ম্মাণৰ আয়োজন কৰিছে। নামৰূপ সাহিত্য সভাৰ সভ্য-সংখ্যা পাঁচশবো অধিক হৈছে।

উত্তৰ লক্ষীমপুৰ সাহিত্য সভাই অসম সাহিত্য সভাৰ সভাপতি শ্ৰীহেম বৰুৱাক সম্বৰ্দ্ধনা জনোৱাৰ উপৰি বয়োবৃদ্ধ সাহি-ত্যিক শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱাক সম্বৰ্দ্ধনা জনায়। ধেমাজি সাহিত্য সভাই বিশেষ উলহ-মালহেৰে বেণুধৰ ৰাজখোৱা আৰু কনকলাল বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উদ্‌যাপন কৰে আৰু সভাৰ পুঁজিলৈ বিশ টকা দান আগবঢ়ায়। অৰুণাচলৰ সীমান্তৱৰ্ত্তী চিলাপথাৰত চিলাপথাৰ সাহিত্য সভাই বিভিন্ন ভাষা গোষ্ঠীৰ মাজত প্ৰচাৰ কাৰ্য্য চলাইছে।

যোৰহাট সাহিত্য সভাই এই বছৰ ২২৫ জন নতুন সভ্য কৰিছে আৰু সভাই দুশবো অধিক পত্ৰিকাৰ গ্ৰাহক কৰিছে। যোৰহাট সাহিত্য সভাই চেনিমৰা সাহিত্য সভাৰ সহযোগত চাহ বাগিচাৰ শ্ৰমিকসকলৰ মাজত সম্প্ৰীতি দিৱস পালন কৰে। চেনিমৰা সাহিত্য সভাৰ যোৱা বছৰ নতুন ভৱন মুকলি কৰা হয়। চেনিমৰা সাহিত্য সভা আৰু যোৰহাট গড়মুৰ সাহিত্য সভাই বাগিচাৰ মজদুৰসকলৰ মাজত ভাষা-সাহিত্য আৰু সংস্কৃতিৰ প্ৰচাৰ কাৰ্য্য চলাইছে। ৰংপুৰ সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন পাতে আৰু আলোচনা-চক্ৰৰ আয়োজন কৰে। মথুৰাপুৰ সাহিত্য সভাই বনুৱাপ্ৰধান অঞ্চলত

উলহ-মালহেৰে বাৰ্ষিক অধিবেশন পাতে। মাজুলীৰ গড়মূৰ সাহিত্য সভাৰ সহযোগত সেই ঠাইৰ ন-অসমীয়া লুইতপৰীয়া সঙ্ঘই ভাষা দিৱস পালন কৰে আৰু বাগ্মীবৰ শ্ৰীনীলমণি ফুকনক সম্বৰ্দ্ধনা জনায়। হাতীগড় মৌজা সাহিত্য সভাই পত্ৰিকাৰ গ্ৰাহক কৰিছে আৰু সাহিত্য সভাৰ প্ৰকাশন বিক্ৰী কৰিছে। চাৰিগাওঁ সাহিত্য পৰিষদেও পত্ৰিকাৰ গ্ৰাহক কৰিছে। তিতাবৰ সাহিত্য সভাই সভ্য বৃদ্ধিত জোৰ দিছে। নাজিৰা সাহিত্য সভাই নিয়মীয়াভাৱে আলোচনা-চক্ৰ পাতে আৰু অসম সাহিত্য সভাৰ সভাপতি শ্ৰীহেম বৰুৱাক সম্বৰ্দ্ধনা জনায়। গোলাঘাট সাহিত্য সভাই এজন আজীৱন সভ্য ভৰ্ত্তি কৰিছে আৰু হেমচন্দ্ৰ গোস্বামী ভৱনৰ নিৰ্ম্মাণ কাৰ্য্য সম্পূৰ্ণ কৰিছে। দেৰগাওঁ সাহিত্য সভাই উচ্চ শিক্ষাৰ মাধ্যম সংক্ৰান্তত এখন পুস্তিকা প্ৰকাশ কৰে আৰু সাহিত্য একাডেমী বঁটা বিজয়ী চৈয়দ আব্দুল মালিকক সম্বৰ্দ্ধনা জনায়। পূৱ খিলাধাৰী সাহিত্য সভাই বনুৱাসকলৰ মাজত প্ৰচাৰ কাৰ্য্য চলায়।

কামৰূপ সাহিত্য পৰিষদে কামৰূপ ৰত্নমালা নামৰ এখন পুথি প্ৰকাশ কৰে। কামৰূপ সাহিত্য পৰিষদৰে বাৰ্ষিক অধিবেষণ উপলক্ষে বকো সাহিত্য সভাই এখন 'স্মৃতি গ্ৰন্থ' প্ৰকাশ কৰে। সৰিতা সভাই এই বছৰ সভ্য সংখ্যা যথেষ্ট বৃদ্ধি কৰিছে। এই সভাই প্ৰবীণ সাহিত্যিক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাক সম্বৰ্দ্ধনা জনাবৰ কাৰণে এখন অভিনন্দন গ্ৰন্থ যুগুত কৰিছে। গুৱালকুছি জ্যোতি সাহিত্য সভাই ভাষা দিৱস উপলক্ষে অসমীয়া ভাষা পূৰ্ণাঙ্গ প্ৰতিষ্ঠাৰ হকে মুখ্যমন্ত্ৰীলৈ ছপা স্মাৰক পত্ৰ প্ৰেৰণ কৰিছে। পাঠশালা সাহিত্য সভাই সন্তৰাম চৌধুৰী একাঙ্কিকা নাট প্ৰতিযোগিতা আৰু দুখন আলোচনা-চক্ৰ পাতে। হাজো সাহিত্য সভাই এজন আজীৱন সভ্য কৰিছে। নলবাৰী সাহিত্য সমাজে প্ৰাক্তন সভাপতি শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীক সম্বৰ্দ্ধনা জনায় আৰু এখন অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰে আৰু এটি সংগ্ৰহালয় স্থাপন



কৰে। জ্ঞানোদয় সমাজে কেবাখনো আলোচনা-চক্ৰ পাতে। বামখাটা সাহিত্য সভাই শিক্ষাৰ মাধ্যম আন্দোলন সংক্ৰান্তত জনমত গঢ়ি তোলে। হাবিভাঙা সাহিত্য সভাই অসমীয়া ভাষা-সংস্কৃতি প্ৰচাৰৰ কাৰ্য্য চলায়। মালিগাওঁ সাহিত্য সভাই মাজে-সময়ে আলোচনা-চক্ৰৰ আয়োজন কৰে। বড়িয়া সাহিত্য সভাই ভৱন নিৰ্ম্মাণ কৰিছে। ধুবুৰী সাহিত্য সভাৰ 'বন্দনা' নামৰ আলোচনী প্ৰকাশ হৈ আছে। এই সভাই স্থায়ী ভৱন নিৰ্ম্মাণৰ আয়োজন কৰিছে। বামুণগাওঁ সাহিত্য সভাই সভাৰ নিয়মীয়া কাম-কাজ কৰাৰ উপৰি সভ্য-সংখ্যা বৃদ্ধি কৰাত গুৰুত্ব দিয়ে। শলিকোচা সাহিত্য সভাই পত্ৰিকাৰ গ্ৰাহক কৰিছে। কোকৰাঝাৰ সাহিত্য সভাই সাহিত্য সমন্বয় নামৰ পুথি প্ৰকাশ কৰে। বিলাসীপাৰা সাহিত্য সভা পুনৰ জীৱিত হৈছে।

তেজপুৰ সাহিত্য সভাই বিভিন্ন ভাষা গোষ্ঠীৰ মাজত সম্প্ৰীতি স্থাপনত যত্নপৰ হৈছে আৰু এই শাখাৰ উদ্যোগত আন ঠাইত শাখা স্থাপন হৈছে। তেজপুৰ সাহিত্য সভাই অসম সাহিত্য সভাৰ সভাপতি শ্ৰীহেম বৰুৱাক সম্বৰ্দ্ধনা জনায়। মঙ্গলদৈ সাহিত্য সভাই মাধ্যম আন্দোলনত বিশেষ অংশ গ্ৰহণ কৰে। মঙ্গলদৈ সাংস্কৃতিক আলোচনা-চক্ৰই অসম সাহিত্য সভাৰ সভাপতি শ্ৰীহেম বৰুৱাক সম্বৰ্দ্ধনা জনায়। ঢেকিয়াজুলি সাহিত্য সভাই মাধ্যম আন্দোলনৰ আনুসঙ্গিক কাৰ্য্যাৱলীৰ প্ৰতি সজাগ দৃষ্টি ৰাখিছে। এই সভাই ভৱন নিৰ্ম্মাণৰ কাম হাতত লৈছে।

আমাৰ হাতত পৰা প্ৰতিবেদনৰ পৰা কেইখনমান সভাৰ কাৰ্য্যাৱলী বৰ্ণনা কৰিলোঁ। যোৱা বছৰত শিক্ষাৰ মাধ্যম আন্দোলনত সকলো সভাই কম-বেছি পৰিমাণে জড়িত হৈ পৰে আৰু সেই কাৰণে নিয়মীয়া কাম-কাজ কৰাত কিছু বাধা পৰে।

যদি সভাৰ বাৰ্ষিক ৰৰঙণি, প্ৰতিনিধিৰ নামৰ তালিকা, সভাৰ প্ৰতিবেদন আৰু প্ৰস্তাৱ বাৰ্ষিক অধিবেশনৰ এমাহৰ আগত

প্ৰধান সম্পাদকৰ হাতত নপৰে তেন্তে বাৰ্ষিক সন্মিলনৰ আগদিনা অসুবিধাৰ সৃষ্টি হয় আৰু সম্পাদকে সকলো শাখাৰ বিষয়ে যথাযথ প্ৰতিবেদন দিয়াত অসুবিধা হয়।

## আজীৱন সভ্য

আমাৰ কাৰ্য্যকালৰ ভিতৰত তলত নাম দিয়াসকল অসম সাহিত্য সভাৰ আজীৱন সভ্য হৈছে। এইসকল হল—
(১) শ্ৰীবনমালী বৰদলৈ, গোলাঘাট, (২) শ্ৰীমতী ইলা বৰুৱা, ৰূপহী (নগাওঁ) (৩) শ্ৰীসুশীল কুমাৰ পাল, ৰূপহী (নগাওঁ) (৪) শ্ৰীঅমল চন্দ্ৰ বৰা, ৰূপহী (নগাওঁ) (৫) শ্ৰীচেনিলট গোহাঁই নাহৰকটীয়া (৬) শ্ৰীবাৰমণি ৰাজবংশী, নেবুকুকন্দ (কাছাৰ) (৭) শ্ৰীৰাংমহুট ৰাজকুমাৰ (৮) এম, ইব্ৰাহিম আলি।

## সংগঠন

যোৱা বছৰটোত সংগঠনৰ কাম যিমান দূৰ কৰিব লাগিছিল সিমান দূৰ কৰিব পৰা নহল। প্ৰথম কথা হ'ল দেশ জুৰি হোৱা মাধ্যম আন্দোলন আৰু তাৰ পৰিণতি। আনকি কাছাৰ জিলাত এক শ্ৰেণীৰ লোকে কৰা বঙলা ভাষা আন্দোলনৰ কাৰণেও কাছাৰলৈ সভাৰ এটা প্ৰতিনিধি দল যাব নোৱাৰিলে। সহকাৰী সম্পাদক শ্ৰীপ্ৰসন্নৰাম দাস আৰু কাৰ্য্য-নিৰ্ব্বাহকৰ সভ্য শ্ৰীশ্ৰীমান চক্ৰৱৰ্ত্তীয়ে গোৱালপাৰা জিলাৰ ধুবুৰী, গোলোকগঞ্জ, হালাকুৰা, ছত্ৰশাল, বক্সিৰহাট, বিলাসীপাৰা, চাপটগ্ৰাম, বাণীগঞ্জ, হাকামা, বঙ্গাইগাওঁ, বিজনী, গোসাঁইগাওঁ, চিদলি আৰু কোকৰাঝাৰ ভ্ৰমণ কৰি সভাৰ সংগঠন দৃঢ় কৰে। সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মাই নগাওঁ জিলাৰ পুৰণিগুদাম আৰু নগাওঁ আৰু শিৱসাগৰ



জিলাৰ মাজুলী, গড়মূৰ আৰু চিনামৰা সাহিত্য সভাৰ কৰ্ম্মকৰ্ত্তা-সকলক লগ ধৰি সভাৰ প্ৰচাৰ কাৰ্য্য চলায়। শ্ৰীশ্ৰীমান চক্ৰৱৰ্ত্তীয়ে নগাওঁ জিলাৰ লামডিং, লঙ্কা, হোজাই অঞ্চল ভ্ৰমণ কৰে। শ্ৰীৰাম গোস্বামীয়ে ডুমডুমাৰ আশে-পাশে প্ৰচাৰ কাৰ্য্য চলায়। শ্ৰীব্ৰজপতি মহন্তই কামৰূপ আৰু দৰং জিলাৰ একাংশত সংগঠন কৰিছে।

## সামৰণি

আমাৰ নিৰস প্ৰতিবেদনত আমি কৰিব পৰা-নোৱৰা অনেক কথাৰ বিৱৰণ দিলোঁ। আমাৰ কাৰ্য্যকালৰ ভিতৰত সভাপতি শ্ৰীহেম বৰুৱা, উপ-সভাপতি ডঃ মহেশ্বৰ নেওগ, সহকাৰী সম্পাদকদ্বয় শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা আৰু শ্ৰীপ্ৰসন্নৰাম দাস, কাৰ্য্য-নিৰ্ব্বাহকৰ সদস্য শ্ৰীভগৱান মৰল, শ্ৰীৰাম গোস্বামী, শ্ৰীচন্দ্ৰ গোস্বামী, শ্ৰীপৰেশ মল্ল-বৰুৱা আদিৰ পৰা নানা কামত সহায়-সহযোগ পাই আছোঁ। প্ৰাক্তন সভাপতি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, অসম সাহিত্য সভাৰ নৱ-নিৰ্ব্বাচিত সভাপতি শ্ৰীগিৰিধৰ শৰ্ম্মা আৰু অধ্যাপক শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মাই আমাক নানা দিহা-পৰামৰ্শ দিছে। এই সকলোৰে ওচৰত আমি ঋণী।

ধুবুৰী সন্মিলনত তৃতীয়বাৰ এই অভাজনৰ ওপৰত যি গুৰুভাৰ অৰ্পণ কৰিছিল আজি তাক আপোনালোকৰ মাজত থলোঁ। যদিও আশানুৰূপ কাম কৰিব পৰা নাই; তথাপি সততে যত্নৰ ত্ৰুটী কৰা নাই বুলি নিজকে অন্ততঃ কব পাৰোঁ।

অসম সাহিত্য সভাৰ ভৱিষ্যত উজ্জ্বল আৰু মঙ্গলময় হওক, এয়েই কামনা। জয়তু ভাষা জননী।

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

ৰঙিয়া, ফেব্ৰুৱাৰী, ১৯৭৩

# অসম সাহিত্য সভাৰ চত্বাৰিংশ সম্মিলনত গৃহীত প্ৰস্তাৱসমূহ

১ ম প্ৰস্তাৱ ঃ অসমৰ আঞ্চলিক ভাষা অসমীয়াক অসমৰ উচ্চ শিক্ষাৰ মাধ্যম বুলি ঘোষণা কৰাৰ লগতে ১৯৭৩ চনৰ শিক্ষা বছৰৰ পৰা সমগ্ৰ অসমৰ যিসকলৰ মাতৃভাষা অসমীয়া নহয় সিসকলৰ বিদ্যালয়সমূহৰ মাধ্যমিক স্তৰত অসমীয়া বিষয় বাধ্যতামূলকভাৱে শিক্ষাদান কৰা হ'ব বুলি যোৱা বছৰ ১১ নবেম্বৰ তাৰিখে অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই ঘোষণা কৰাৰ পিছতো চৰকাৰে খৰতকীয়া কাৰ্য্যব্যৱস্থা নোলোৱাত অসম সাহিত্য সভাই গভীৰ অসন্তুষ্টি প্ৰকাশ কৰি বৰ্ত্তমান শিক্ষা বছৰৰ পৰাই সমগ্ৰ অসমৰ বিদ্যালয়সমূহত তাক কাৰ্য্যকৰী কৰাটো আজিৰ এই সম্মিলনে দৃঢ়ভাৱে বিচাৰে।

লগতে উচ্চশিক্ষাৰ মাধ্যম প্ৰশ্নৰ সন্দৰ্ভত সম্প্ৰতি অসমৰ কোনো অংশতে কোনো প্ৰকাৰৰ অশান্তিকৰ পৰিস্থিতিৰ যাতে উদ্ভৱ হ'ব নোৱাৰে, তাৰবাবে উপযুক্ত ব্যৱস্থা লবলৈ আৰু অৰ্থৰ অনাটন বা শিক্ষকৰ অভাৱৰ অজুহাত নাইবা ন্যস্তস্বাৰ্থান্বেষী এদল লোকৰ অযুক্তিকৰ দাবীৰ সন্মুখত নতহৈ ঘোষিত প্ৰতিশ্ৰুতিৰ পৰা যাতে পিছলি নপৰে তাৰবাবে অসম সাহিত্য সভাই অসম চৰকাৰৰ ওচৰত দৃঢ় দাবী জনায়।

গৃহীত ঃ
স্বা ঃ গিৰিধৰ শৰ্ম্মা
সভাপতি

প্ৰস্তাৱক ঃ
আব্দুল কাহেৰ লস্কৰ
(কাছাৰ)

সমৰ্থক ঃ
হেৰম্ব বৰদলৈ ( ডিব্ৰুগড় )

২ য় প্রস্তাৱ ঃ অসম ৰাজ্যখনৰ নানাভাৱে বিভাজন হোৱাৰ ফল-স্বৰূপে আৰু কাছাৰৰ, বিশেষকৈ সমগ্ৰ গাওঁ অঞ্চলৰ সংখ্যাগৰিষ্ঠ লোকৰ দাবীলৈ দৃষ্টি ৰাখি সমস্ত ৰাজ্যখনত সকলো পৰ্য্যায়ত অসমীয়া ভাষাক শাসকীয় কাৰ্য্যাৱলীৰ মাধ্যমৰূপে প্ৰতিষ্ঠা কৰা বৰ্ত্তমান মুহূৰ্ত্তত নিতান্ত বাঞ্ছনীয় হৈ পৰিছে। এই পৰিস্থিতিলৈ দৃষ্টি ৰাখি 'অসম শাসকীয় ভাষা অধিনিয়ম, ১৯৬০' খন (১৯৬১ চন আৰু ১৯৬৪ চনৰ সংশোধন অধিনিয়মকে ধৰি) আমূল সংশোধন কৰি, অহা বাজেট অধিবেশনতে এখন সংশোধন বিল উপস্থাপন কৰিবলৈ অসম চৰকাৰক অসম সাহিত্য সভাই আহ্বান জনায়।

গৃহীত ঃ  প্ৰস্তাৱক ঃ বসন্তলাল চুৰা
স্বা ঃ গিৰিধৰ শৰ্ম্মা
সভাপতি  (শিৱসাগৰ)
সমৰ্থক ঃ মেঘ গগৈ
(নামৰূপ)

৩ য় প্ৰস্তাৱ ঃ আজি কিছু দিনৰপৰা কাছাৰ জিলাৰ নগৰলৈ অসমৰ বাহিৰৰপৰা আহি বসবাস কৰা, অথচ থলুৱা বাইজৰ জীৱনৰ লগত সৰ্বপ্ৰকাৰে বিচ্ছিন্ন জীৱন যাপন কৰা এমুঠি বঙলা-ভাষী লোকৰ অসংগত দাবীকে বেদবাক্য বুলি মানি অসমীয়া ভাষাৰ হকে কাছাৰৰ বুনিয়াদী লোকসকলৰ ন্যায্য দাবী হেলাৰঙে উপেক্ষা কৰি অহা হৈছে। অসম সাহিত্য সভাই ইয়াক এক চৰম পৰিতাপৰ বিষয় বুলি গণনা কৰে আৰু চৰকাৰক দোহাৰি দোহাৰি ক'ব খোজে যে ৰাজ্যখনৰ প্ৰগতি আৰু শান্তিৰ অৰ্থে কাছাৰৰ স্কুল-কলেজসমূহৰ সকলো শ্ৰেণীতে তুৰন্তে অসমীয়া ভাষা চলোৱাৰ ব্যৱস্থা কৰি শিক্ষক নিয়োগ, অনুষ্ঠানসমূহলৈ অনুদান, শিক্ষক-প্ৰশিক্ষণ আদি কাম অতিশীঘ্ৰে হাতত লওঁক ; এই বিষয়ত চৰকাৰৰ



ঢিলা-সোলোকা নীতিয়ে ৰাজ্যৰ শান্তি-প্ৰগতি সংহত কৰিব বুলি অসম সাহিত্য সভাৰ ধ্ৰুৱ বিশ্বাস !

গৃহীত ঃ  প্ৰস্তাৱক ঃ শিৱানন্দ শৰ্ম্মা
স্বা ঃ গিৰিধৰ শৰ্ম্মা  ( ধুবুৰী )
সভাপতি  সমৰ্থক ঃ গোবিন্দ ৰাম ডেকা
মঙ্গলদৈ)

প্ৰস্তাৱ ৪ ঃ অসমৰ শিক্ষা বিভাগ তথা ৰাজ্যিক প্ৰাথমিক শিক্ষা বোৰ্ডৰ অধীনস্থ ধুবুৰী মহকুমা আঞ্চলিক শিক্ষাবোৰ্ডে যথেষ্ট-সংখ্যক অসমীয়া প্ৰাথমিক পঢ়াশালি লবলৈ বাকী থকা সত্বেও বঙলা মাধ্যমৰ প্ৰাথমিক পঢ়াশালিক মঞ্জুৰী দিছে বুলি অসম সাহিত্য সভাই জানিব পাৰি গভীৰ উদ্বেগ প্ৰকাশ কৰে। এইদৰে গোৱালপাৰা, কাছাৰ আদিত বঙলা মাধ্যমৰ পাঠশালাসমূহে আওপাকে চৰকাৰী সাহায্য পাই থকাতো অসমীয়া শিক্ষা-উন্নয়ন আৰু জাতীয় স্বাৰ্থৰ পৰিপন্থী বুলি অসম সাহিত্য সভাই অনুভৱ কৰে আৰু অসমীয়া মাধ্যমৰ প্ৰাথমিক পঢ়াশালি সাহায্য বা মঞ্জুৰী পাবলৈ বাকী থাকিলে বঙলা মাধ্যমৰ পঢ়াশালিক যাতে চৰকাৰে সাহায্য নিদিয়ে তাৰ বাবে অসম চৰকাৰক অনুৰোধ জনায়।

গৃহীত ঃ  প্ৰস্তাৱক ঃ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী
স্বা ঃ গিৰিধৰ শৰ্ম্মা
সভাপতি  ( ডিব্ৰুগড় )
সমৰ্থক ঃ সিদ্ধেশ্বৰ তামুলী (তিনিচুকীয়া)

প্ৰস্তাৱ ৫ ঃ অসমৰ কেইখনমান চাহবাগিচা আৰু কোনো আন অঞ্চলতো ৰাজ্যখনৰ সংহতি আৰু সম্প্ৰীতি সংহত কৰি সক্ৰিয় হৈ উঠা একশ্ৰেণী ষড়যন্ত্ৰকাৰী বিভেদকামী শক্তিৰ ওপৰত অসম সাহিত্য সভাই তীক্ষ্ণদৃষ্টি ৰাখি আহিছে। এনে বিভ্ৰান্তকাৰী যি কোনো শক্তিকে সৰ্বপ্ৰকাৰে প্ৰতিৰোধ কৰিবলৈ সভাই ৰাজ্যৰ সমগ্ৰ ৰাইজক সনিৰ্বন্ধ আহ্বান জনায় আৰু অসম চৰকাৰকো এই বিষয়ে সাৱধান কৰি দিয়ে।

গৃহীত ঃ প্ৰস্তাৱক ঃ হৰকান্ত মহন্ত (দেৰগাওঁ)

স্বা ঃ গিৰিধৰ শৰ্ম্মা

সভাপতি ঃ সমৰ্থক ঃ ৰমা বৰঠাকুৰ (যোৰহাট)

## ॥ অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সদস্যসকল ॥

তলত নাম দিয়া লোকসকলেৰে অসম সাহিত্য সভাৰ ১৯৭৩-৭৪ চনৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি গঠিত হৈছে।

| নাম | বিষয়বাব |
|---|---|
| ১। শ্ৰীগিৰিধৰ শৰ্ম্মা | সভাপতি |
| ২। শ্ৰীহৰেশ্বৰ গোস্বামী | উপ-সভাপতি |
| ৩। শ্ৰীনগেন শইকীয়া | প্ৰধান সম্পাদক |
| ৪। শ্ৰীৰজনীকান্ত দেৱ শৰ্ম্মা | কোষাধ্যক্ষ |
| ৫। শ্ৰীঅমল বাজখোৱা | সহকাৰী সম্পাদক |
| ৬। শ্ৰীগোবিন্দ মহন্ত | ” |
| ৭। শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মা | পত্ৰিকা সম্পাদক |
| ৮। শ্ৰীমতী সাথী তেৰনপী | সদস্যা |
| ৯। শ্ৰীচফিয়ুৰ ৰহমান হাজৰিকা | সদস্য |
| ১০। শ্ৰীৰায়মণি ৰাজবংশী | ” |
| ১১। শ্ৰীহৰিপ্ৰসাদ গোৰ্খাৰায় | ” |
| ১২। শ্ৰীৰাম গোস্বামী | ” |
| ১৩। এম, ইব্ৰাহীম আলি | ” |
| ১৪। শ্ৰীনাৰায়ণ ঘাটোৱাৰ | ” |
| ১৫। শ্ৰীমতী অবলা গোহাঁই | সদস্যা |
| ১৬। শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা | সদস্য |
| ১৭। শ্ৰীকমল বাইলুং | ” |
| ১৮। শ্ৰীবীৰেন্দ্ৰ নাথ কলিতা | ” |
| ১৯। শ্ৰীঅম্বিকা চৰণ সৰকাৰ | ” |
| ২০। শ্ৰীযতীন গোস্বামী | ” |
| ২১। শ্ৰীতৰুণ চন্দ্ৰ পামেগাম | ” |

—0—

